# দেহা-গৰকা প্ৰেম

মহিম বৰা



মিত্ৰ এজেন্সি এণ্ড ষ্টোৰ
[illegible] : [illegible]

'Deha Garaka Prem'—A Book of Assamese Short Stories, written by Prof Mahim Bora, Amolapatty, Nagaon and published by Satyendra Kumar Das, on behalf of M/S Mitra Agency & Co, Tinsukia Assam

Second Published February, 1989 Price Rupees Sixteen only

॥ দ্বিতীয় প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ১৯৮৯ চন ॥

( আমাৰ প্ৰথম প্ৰকাশ )

॥ তিনিচুকীয়াৰ 'মিত্ৰ এজেঞ্চি এণ্ড কোং'-ৰ শ্ৰীসত্যেন্দ্ৰ কুমাৰ দাসৰ দ্বাৰা প্ৰকাশিত আৰু কলিকতাৰ ৰামকৃষ্ণ আবলা প্ৰেছ, ১২, বিনোদ সাহা লেনৰ শ্ৰীশ্যামল গড়াইৰ দ্বাৰা মুদ্ৰিত। প্ৰচ্ছদপট ঃ গণেশ বসু ॥

॥ দাম—ষোল টকা ॥

উছৰ্গা

পূজনীয় আদি শিক্ষাগুৰু
সত্ৰীয়া-সংস্কৃতিৰ একনিষ্ঠ সাধক
শ্ৰদ্ধাস্পদ শ্ৰীযুত গিৰিকান্ত মহন্ত
[ শ্ৰৱণীসত্ৰ, কলিয়াবৰ ]-দেৱক
ভক্তিৰে—

—মহিম

**গল্পই নগৰৰকা কথা ঃ**

এই সংকলনটো প্ৰকাশ পোৱাৰ মূলতে নগাওঁ ছোৱালী কলেজৰ অধ্যাপক শ্ৰীযুত তিলকচন্দ্ৰ মজুমদাৰ দেৱৰ সক্ৰিয় প্ৰচেষ্টা। প্ৰেছ, প্ৰকাশক, পাণ্ডুলিপিৰ ব্যৱস্থা, আনকি গল্পৰ নিৰ্বাচনো প্ৰায় তেখেতৰে। গতিকে তেখেতৰ ঋণ হে স্বীকাৰ কৰিলোঁ, পৰিশোধৰ উপায় নাই।

এ ডি পি. কলেজৰ ছাত্ৰ শ্ৰীমান নৰেন্দ্ৰনাথ মহন্তক পাণ্ডুলিপি প্ৰস্তুতিৰ জঞ্জাল লোৱাৰ কাৰণে আন্তৰিক শলাগ আৰু ধন্যবাদ জনালোঁ।

মহিম বৰা

## কি কি আছে ?

## ॥ দেহা-গৰকা প্ৰেম ॥

পথাৰৰপৰা আহিয়ে গাটোত চালে-বাবে পানী একলহ ঢালি ধুই জাৰত কঁপি কঁপি কণা-মুনাকৈ ভাতকিটা গিলি বলোবামে কাপোৰ পিন্ধাত লাগিল। ঘৈণীয়েকে লৰালৰিকৈ তামোলৰ বটাটো আনি দিলে। সৰু ল'ৰাটোৱে জোতাযোৰ আনি, ফটাকানি এখনেৰে মচি চাফাকৈ আগবঢাই দিলে। সৰু ছোৱালীজনীয়ে মাফ্‌লাৰখন বিচাৰি আনি দিলে। শেষত ঘৈণীয়েকে বাকচ খুলি জাপৰপৰা এড়ীয়াৰ বৰচাদৰখন আনি কান্ধত পেলাই দিলে। বছৰৰ প্ৰথম জাৰ পৰিছে, কিনকিনীয়া বৰষুণ হৈ ঠাণ্ডাত হাড়লৈকে কঁপাই দিছে।

বাকচত কাহানিবাই ন্যেপ্‌থ'লিন এটা থৈছিল বোধহয়, কাপোৰখনৰ মৃদু গোন্ধ এটা ওলাই বলোৰ মনলৈ আগৰ দিনবিলাকৰ, দহ বছৰৰ আগৰ দিনবিলাকৰ স্মৃতিবোৰ আনি দিলে।

'মই এখন, এড়ীয়াৰ বৰকাপোৰ লগায়, ক'ত পায় এড়ী-পখিলা এটা আনি দিব।'

'ওঁ, এড়ী পুহি এড়ী উলিয়াই টাকুৰীত সূতা কাটি, এড়ীয়াৰ বৰ-কাপোৰ বৈ মোক পিন্ধাব নালাগে বাৰু। ঘৰৰ বাকী কাম-বন-বিলাককে কৰি আজৰি নাই।'

সঁচাকৈ তাৰ মাক মৰাৰ পিছৰপৰা গোটেই গৃহস্থীৰ ভাৰ ঘৈণীয়েকৰ ওপৰত পৰিল। আগৰ বুঢীয়ে ভাতৰ জঞ্জাল মাৰে, ল'ৰা-ছোৱালী ৰাখে, বোৱাৰীয়েকে ঢেঁকী, পানী, পথাৰ-সমাৰ, চোঁতাল-ঘৰ আদিৰ বাকী সকলো কাম কৰে। এতিয়া এই সকলোবিলাক নিজেই সামৰিব লগা হ'ল। বিয়া কৰোৱা মাত্ৰ পাঁচ বছৰ হৈছিল,

ডাঙৰ ল'ৰাটোৰ তিনিবছৰ আৰু দ্বিতীয়টোৰ এবছৰমানহে হৈছিল। পত্নিকে এড়ী পোহাৰ জঞ্জালটো সি চপাই দিব খুঁখুজিলে।

কিন্তু 'চৰল গাভৰু' ঘৈণীয়েকৰ এলাহ নাই, ভাগৰ নাই। এদিন ক'ৰবালৈ ফুৰিবলৈ গৈ এঘৰৰপৰা পখিলা ছুটা লৈ আহিল। সিহঁতে কণী পাৰিলে, পোৱালি হ'ল, এড়ীপাত খালে, পলুবিলাক পকিল, কলমধুনাৰ পাচিত লেটা বান্ধিলে, এড়ী চোকোৰা হ'ল, সিজালে, পোকবিলাক আঁতৰ কৰিলে, ফাকে ফাকে সূতা কাটিলে, ছবছৰৰ মূৰত এড়ী-কাপোৰ হৈ উঠিল। এড়ী-চাদৰ এখন, একোখন গৃহস্থীৰ স্থায়ীৰ সম্পত্তিৰ দৰে হৈ পৰে, বেলেগ হ'লে ভাই-ভাগতো কেতিয়াবা বিচাৰে।

"এইখনেই মই দিব পৰা ডাঙৰ সম্পত্তি, ভালদৰে চলাব"—প্ৰথম দিনা তাৰ গাত কাপোৰখন মেৰিয়াই দি ঘৈণীয়েকে কৈছিল।

চৰকাৰী অফিচৰ পিয়ন বলোৰাম। চেঙেলীয়া বয়সতে বাপেকে ভাৰ-ভেটি দি তাক পিয়ন কামত সুমুৱাই দিয়ে। তেতিয়াৰেপৰা আজি বাইশ বছৰ হ'ল,এতিয়া হেড্-পিয়ন।

এড়ী চাদৰখন নাকৰ আগলৈ আনি ছুবাৰমান গোন্ধ ল'লে তাৰ পিছত কাণে-মূৰে মেৰিয়াই কেনিও বতাহ সোমাব নোৱাৰাকৈ লৈ তামোল এখন মুখত ভৰাই 'ওঁহ মই আহোঁ এতিয়া' বুলি সদায়ে ঘৈণীয়েকক কোৱাৰ দৰে কৈ চাইকেলত উঠি নগৰলৈ কোব ল'লে। পাঁচ কিলোমিটাৰ বাট যাওঁতে আধাঘণ্টাৰ ওপৰ লাগিব। বেলিটো ভালৰে ঢাকি ধৰাত বেলা কিমান হ'ল উমান কৰিব নোৱাৰিলে।

ফেৰকেৰীয়া বতাহ আৰু কিনকিনীয়া বৰষুণত বলোৰামৰ চাইকেল আগেই বাঢিব নোখোজা হ'ল। চুৰিয়াখন অৱশ্যে ভালদৰে কেঞ্চাপোন্ধ মাৰি লৈছে। গৰম হাতদীঘল উলৰ গেঞ্জি এটা জৰাজীৰ্ণ হ'লেও বুকুখনত ঠাণ্ডা নলগাকৈ ৰাখিব পৰা শক্তি তাৰ এতিয়াও আছে। তাৰ ওপৰত এটা চাৰ্ট। চাৰ্টৰ ওপৰত খাকী কোট এটা। কোটটোৰেও যথেষ্ট দিন পৃথিৱীত ঠাণ্ডা উপভোগ কৰিছে। তাৰ ওপৰত এখন ফুটীয়া বেপাৰীৰপৰা কিনা মাফ্লাৰ, ডিঙিটোত চাৰি

পাকখান মেখিওৱা। তাব ওপৰত এজীয়াৰ ৰবকাপোৰখন কাপে
মুৰে ভগটিয়াই এনেভাৱে মাৰি লৈছে যে এইসাজ পিন্ধি সহজেই
চেৰ্পা দলব লগত হিমালয়ত খোজকাঢ়ি ফুৰিব পাৰি। কিন্তু হাত
ভুখন শিল যেন হৈ নিঃসাৰ হৈছে। চাইকেলৰ হেণ্ডেলৰ মুঠিয়া
নথকাত অৱস্থাটো প্ৰায় নিয়ন্ত্ৰণৰ বাহিৰলৈ যাওঁ যাওঁ। চুৰিয়াৰ
মাজেদি বতাহবিলাকে খুতৰীয়া গছৰ হুলে বিন্ধাদি বিন্ধিছে। তাত
ৰবৰুণ পৰি ভৰিৰ ফাললৈ ভিভি যোৱাত পেডেল মাৰোঁতে ভৰিত
লিপিত খাই টানি টানি ধৰিছে। কেবাবাৰো এখন হাতেৰে একৰাই
দিব লগা হোৱাত চাইকেলখনে ভাৰসাম্য ৰাখিব নোৱাৰা অৱস্থা।
এবাৰ খং উঠি জোৰ দি পেডেল মাৰি দিয়াত সোঁভৰিৰ ফালৰ চুৰিয়াৰ
অংশটো ফিচিকি গ'ল।

সৰ্ব্বনাশ। গ'ল সেইখন চুৰিয়া। আজি সঁচাকৈয়ে লোকচানৰ
দিন তাৰ। আক ভুবাৰমান ফটাডোখৰত জোৰ পৰিলে অফিচ
পাওঁতে গাত চুৰিয়াই নাথাকিব।

কিন্তু উপায় নাই, হয় এখন হাতেৰে চুৰিয়াখন একৰাই যাব
লাগিব, নহয় ফাটিবলৈকে এৰি দিব লাগিব।

সেই কাৰণেই পেণ্ট পিন্ধিব লাগে। অফিচৰ চাহাবে সদায়
সিহঁতক কৈ আছে, চৰকাৰী পোছাক পিন্ধিবলৈ। এতিয়া পেণ্ট
পিন্ধিবলৈও লাগে লাজ, নিপিন্ধিলেও এই জঞ্জাল। আজি যদি পলম
হয়, অফিচৰ ৰবৰাবু, চাহাবৰ কিমান বকনি শুনিব লাগিব।

তাতে ৰবৰাবুৱে বাঁহৰ জেং এগাড়ীৰ কথা কৈ থকা এমাহ হ'ল।
চাহাবক লাগে খৰি এগাড়ী। আজি-কালি গছ-গছনিয়ে নাই, খৰি
আনো ক'ৰপৰা। আক বাঁহ-জলত সোমাই জেং বিচৰাও জানো কম
জঞ্জাল। আজি-কালি আগৰ দৰে জেং পৰি নাথাকে, তাতে কুঁহিয়াৰ
পেৰাৰ সময়ত জেং লাগেই। গতিকে আন মানুহেও আগৰ দৰে জেং
নিদিয়ে। বাঁহ-জলত জেং টানোতে কষ্টেও এটা বেলা কতি, তাতে
পিছত গাড়ীত লাদি গৰুৰে টনাই টাউন পাওঁতে এটা বেলা কতি।
ইপিনে অফিচৰ কামো যোল অনাই পূৰা লাগিব, বেলি হ'লেও

বঁকিব। জেওব দাম দিব এডালত কুৰি পইচা বা পঁচিশ পইচা। দহডাল জেওত দহ টকা পালেহে যদি দিনটোৰ কষ্ট সাৰ্থক। আনক বেচিলে এডালত সম্ভৱ আশী পইচাও পায়। হঠাৎ বলোৰামৰ হাঁহি উঠি গ'ল। এডাল বাঁহৰ জেওব দাম আশী পইচা। কিনো দেশ কিনো হ'ল ঐ, কলিকাল। ভাব নিচিনা মানুহ এটাই হেড্-পিয়ন হৈ ছ'কুৰি-সাতকুৰি কপ দৰমহা পোৱাৰ কথা ভাবিব পাৰিছিল নে। মহাৰাণীৰ টকাৰে এদোন-এমূৰীয়া হ'লহেঁতেন। ইপিনেও আকৌ চাওঁ, আগৰ চুৰিয়া এখন গোলাত কিনিবলৈ গ'লে দাম আছিল ৭০ পইচা, আশী পইচা। এতিয়া তেনে এখন চুৰিযাৰ দাম দহ-বাৰ টকা। আগৰ মিঠা তেল এপোৱাৰ দাম আছিল ছ'পইচা-সাত পইচা, এতিয়া একা ? মাজতে তিনি টকা/চাৰে তিনি টকা হৈছিল এপোৱাৰ দাম। হৰি হৰি আগৰ গৰু ঘিউ এসেৰৰ দাম।

'চেৰেক'।

গ'ল আকৌ এহাতমান ফাটি।

"গ'ল নে ? যা, যা, যাবৰ দিন পৰিছে যেতিয়া যা। ঘৰত ভুমুৰি মাৰি তিযনি কৰি ল'ম। কিন্তু আজিৰ দিনটো বাট চাচোন হেৰ।"

আকৌ এবাৰ হাতেৰে ধৰি টানিবলৈ যাওঁতেই হেণ্ডেলডাল ঘূৰাব নোৱাৰা হ'ল আৰু চাইকেলে লাহে লাহে খাৰৈৰ ফালে বাট ল'লে।

তৎক্ষণাত দুই হাতেৰে হেণ্ডেল ধৰি পোন কৰি বাঁও ভৰিখন মাটিত নমাই দিলে, কিন্তু সোঁভৰি চেডেলৰ ওপৰতে ৰ'ল। সেই অৱস্থাৰে হুপিয়াই হুপিয়াই কিছুদূৰ যোৱাৰ পিছত চাইকেলখন আৰু ধৰি ৰাখিব নোৱাৰিলে। খাৰৈলৈ নামি গৈ চাইকেল কাটি হৈ ৰ'ল। বলোৰামে লগে লগে হাত এৰি দিছিল, মানুহটো ৰাস্তাৰ ওপৰতে ৰ'ল আৰু চুৰিয়াৰ এটা বুজন অংশ চেডেলখনৰ আগটোতে লাগি ৰ'ল।

চাৰিওফালে মানুহ হুমুহ চাই বলোৰাম অবাজৰিকৈ উঠিল। ৰাস্তাত জমা হৈ থকা পানী এদোঁওাত হাতখন ধুই ল'লে। চাইকেলখন মৰ কষ্টেৰে খাৰৈৰপৰা বাটলৈ তুলিলে। ভেতিয়াহে মন কৰিলে এঠী-কাপোৰখনতো অলপ যোকা লাগিল।

সঁচাকৈয়ে আজি তাৰ কোনোবা এটা গ্ৰহ মন্দ। বা গুৰু ক'ৰবাত ভাল। শুক্ৰ ভাল নোহোৱা হ'লে মানুহটোৰে ক'ৰবাত কিবা এটা ঘাইল হ'লহেঁতেন।

অফিচত সদায় খাই থকা গালি আৰু বকনিখিনি হজম কৰি ভলতীয়া পিয়নবিলাকক কামৰ দিহা দি বাৰণ্ডাত বহি লৈ ব'দ ল'লে, আৰু একাপ চাহ খালে। কাৰণ এঘণ্টামানৰ পাছত বৰষুণ এৰিছিল আৰু ডাৱৰৰ ফাঁকে ফাঁকে তীব্ৰভাৱে একোচেৰেঙা ব'দ পৰিছিল। ডাৱৰৰ মাজৰ ব'দ বৰ চোকা, কিছু সময়ৰ পিছত মাটিৰপৰা ভাপ ওলাই এটা গপ্‌গপনি গৰম আৰম্ভ হ'ল। কাপোৰৰ মেৰপাকবিলাক গুচাব পৰা হ'ল। এণ্ডী-কাপোৰখনৰ বোকা লগা অংশটো ধুবলৈ কলৰ পাৰলৈ গ'ল। ওচৰৰ ইন্‌পেক্টৰৰ অফিচত তাৰ খুলশালিয়েক অনিৰাম বোলাটোৱে পিয়ন কাম কৰে। তাক দেখি মাত্তি আনি কলটো মৰাই কাপোৰৰ বোকা লগা অংশটো ধুলে।

অনিৰামে এণ্ডী চাদৰৰ 'হিষ্ট্ৰি'টো জানে। বায়েকৰ যে কিমান তেঁপাহৰ আৰু মৰমৰ বস্তু, কেনেকৈ কামৰ ফাকে ফাকে সুতা কাটি এণ্ডী-চাদৰখন বৈছিল, সেই সময়ত ওচৰ-চুবুৰীয়াৰ মুখে মুখে সেই কথাটোৰে আলোচনা হৈছিল। কাষোৱাৰ ঘৰলৈ কিবা সকামত যাব লগা হ'লেও হাতত টাকুৰিটো, কাৰোবাৰ লগত কথা পাতিব লগা হ'লেও হাতত টাকুৰিটো, শুবলৈ যাওঁতেও হাতত টাকুৰিটো, মুঠতে টাকুৰিটো হাতত কঁঠাল-এঠা লগাদি লাগি গৈছিল। ওচৰৰ জীয়ৰী-বোৱাৰী, আনকি ডকাল শাহুবোৰেও 'হৰি হৰি' কৰিবলৈ ধৰিছিল।

"কাপোৰখনত কেনেকৈ বোকা লাগিল ভিনিহি?"—কলটো মাৰি মাৰি সুধিলে অনিৰামে।

"নক'বি, আজি কিবা গুৰু ভাল আছিল। মাউৰত মৰা বাচন এভিয়া দাং খালে। মই অফিচলৈ অহা সময়কথতহে তাক মহতালি।"

পেৰাৰপৰা উলিয়াওঁতে কাপোৰখনৰ গাত কিটো বুকুৰীয়া গোন্ধ আছিল, এভিয়া কিলকিলীয়া বৰষুণ লাগি ভাৰপৰা গোন্ধেপা।

জপা গোছ এটাহে ওলাবলৈ লৈছে। কলটোৰ পাকতে এখন জেওৰা আছে, অফিচৰ ফুলনিখনৰ জেওৰা। সেইখিনিতে ব'দচেৰেতা বহলাই পৰিছে। গতিকে কাপোৰখন তাতে মেলি দি খুলশালিয়েকক চকু দিবলৈ সোঁৱৰাই দিলে।

বলোৰাম গৈ নিজৰ অফিচৰ কামত লাগিলগৈ। অনিবাৰেও দিহঁতৰ অফিচৰ ফাইল লৈ দৌৰা দৌৰি আৰম্ভ কৰিলে। বতৰ সম্পূৰ্ণ দগ্ধাত, ব'দৰ কোৰ বেছি হোৱাত এণ্ডী-চাদৰৰ কথা স্বয়ং বলোৰামেও পাহৰি পেলালে।

আক অফিচ ছুটী হোৱাৰ সময়ত এণ্ডী চাদৰখন নাই। নাই, নাই, নায়েই আক।

অফিচৰ সকলো পিয়নে হুলস্থুলকৈ বিচাৰিলে, বৰবাবুয়ে 'আন্দাজ সময়টো' গণনা কৰিলে, বলোৰামে খুলশালিয়েকক, খুলশালিয়েকে ভিনিহিয়েকক দোষা-দোষী কৰিলে।

বৰবাবুৰ গণনামতে ভিনিদিনৰ ভিতৰত পালে পাব পাৰে, লাগালে গ'ল।

বলোৰামে সকলোকে শুনাকৈ সোকা জবোৱা বেজ লগাৰ বুজি দুলিয়ালে। শেষত তিনিদিনলৈ বাটচোৱাটোকে সিদ্ধান্ত হ'ল আক ঘৰত যেন কোনেও কথাটো নকয় আক অনিবাৰেও নিজৰ ঘৰত বা এইকেইদিনত বায়েকৰ ওচৰলৈ গ'লেও বায়েকৰ আগত যাতে কথাটো দুলিয়ায়, তাৰ বাবে সাৱধান কৰি দিলে।

অ'ত-ত'ত সন্দেহজনক ঠাইত খবৰ-বিচাৰ কৰি দুই-এঠাইত মজল চোৱাই বাত্তি আঠমান বজাত বলোৰাম ঘৰমুৱা হ'ল। গোটেই গাটো তাৰ লাই-সৰিয়হ ফুটা দিছে, গোটেই গাত যেন কোনোবাই, জলকীয়াৰ গুড়িহে সানি দিছে। গাৰ সকলোখিনি তেজ গৈ মুখত গোট খাইছেগৈ। আজি-কালি তেনে এখন কাপোৰৰ দাম দুশ-আঢৈশ হ'ব, তাহানিৰ দিনতে তাক তেৰকুবিলৈকে দিয়া মানুহ ওলাইছিল।

এবাৰ ভাবিছিল, ক'ৰবাৰপৰা টকা ধাৰ কৰি তেনে এখন চাদৰ কিনি লৈ যাব। কিন্তু হুবহু তেনে এখন চাদৰ কিনিবলৈ ক'ত পাব?

দুবছৰ পালেও যেনিবা, মাকে জানো নিজৰ সন্তানটোৰ চিন পাহৰে ? আত্মাৰত হাজেৰে ছুয়েই বৈণীয়েকে কৈ দিব পাৰিব, নিজে বোৱা কাপোৰ হয় নে নহয়। ববাব টেঙাৰ পঁচা দি টান মুঠিৰে টাঁৰ মৰা এড়ী-চাদৰখন পিঠাৰ দৰে ডাঠ, পানী নসৰকা হৈছিল। যিদিনা কাপোৰখন শালৰপৰা কাটিছিল, সেইদিনা ঘৰত এখন ডোজনী বিয়াৰ সমানে মানুহ হৈছিল। পুৰণা ব্লেড্ এখন যোগাৰ কৰি দহিৰ স্কাৰণে যথেষ্ট সূতা ৰাখি কাপোৰখন—'এ ৰামকৃষ্ণ, বিচুকৰমী আই, দায়-দোষ নধৰিবা' বুলি—কটাৰ লগে লগে ওচৰত গোটখাই থকা তিৰোতাজুমৰ মাজত কাপোৰখন ছুবলৈ হেতা-ওপৰা লাগিল।

"এইখনহে কাপোৰ। 'পদ্মশ্ৰীৰ যোইগ্য' কাপোৰ। জিলাৰ ৰবচাহাবৰ ওচৰলৈ নিলে এতিয়াই মেডেল দি দিব।"

বলোৰামৰ গাভৰু বৈণীয়েকৰ গাটো যেন ফুলৰ চাকি যেন লঘু হৈ পৰিল। পখিলাৰ দৰে ছুখন যেন মিহি পাখি গাটোত গজি উঠিল। জুৰ ৰতাহত এই গাওঁখনৰ তামোলৰ পাতবোৰৰ আগে আগে ওপঙি ফুৰিছে গোটেই মানুহজনী, আৰু তলৰপৰা ল'ৰা-ছোৱালী-বোৱাৰী সকলোৱে হাত চাপৰি বজাই চিঞৰিছে, বাঃ বাঃ দিছে। পিঁৰিয়েকজনে কাপোৰখন লৈ যেতিয়া অফিচলৈ গ'লাই গৈছে, সকলোৱে কাপোৰখনকে বেচি বেচি চাইছে—'আৰু তোৰ বৈণীয়েৰ কম কাজী নহয় দেই'—নানা শলাপনি দিছে। স্বয়ং জিলাৰ ৰবচাহাবে বাটত ভেওঁক দেখি মটৰ ৰখাই সুধিছে, 'কোনে বৈছিল এইখন কাপোৰ ?'

'হুজোৰ বন্দীৰ পৰিয়ালে হুজোৰ।'

'লৈ যা এইটো মেডেল, আৰু দহ টকা বকচিচ্।' বৈণীয়েকে এদিন পঁচা-সাঁচকৈয়ে এইখিনি কল্পনাৰ কথা তাক কৈছিল—যিদিনা প্ৰথম কাপোৰখন তাৰ গাত দিলে, সেইদিনা ৰাতি।

মনত পৰিলেই তাৰ শব্দ কৰি হাঁহি উঠে আৰু মনৰ সুখৰ মাজতো মাজকাটতে তাৰ হাঁহি উঠি পৰে। সেইদিনা যি কোমল-কল্পনীয়া সপোন মনত বৈণীয়েকজনীৰ মনটো বুজিব পাৰিছিল। আজিৰ

সংসাৰৰ আওভাও ভেতিয়াও যেনেকৈ মানুহজনীয়ে নাপালে,এতিয়াও পিঙ্কিয়েক, ল'ৰা-ছোৱালী আৰু ঘৰৰ শেষ নোহোৱা কামেৰেই জীৱনৰ সৰহভাগ পাৰ হৈ গ'ল। কাপোৰখন দেখি তাৰ অকিঞ্চন চুপাখিনটেন চাহাবে তাক সুধিছিল, 'আৰু এখন কাপোৰ বৈ দিব নোৱাৰ নে, একুৰি টকা দিম ?'

ৰবাবুৰে কৈছিল, 'পঁচিশটা টকা দিওঁ, দি দে মোকে। তই এখন বোৱাই ল'বি।'

এই মানুহবিলাকে নাজানে নে নজনাৰ ভাও ধৰে ? এখন এড়ীয়াৰ ৰৰকাপোৰ বোৱা কি কাম ইহঁতে ভাবিবই নোৱাৰে। অকিঞ্চন কলমটো ঘূৰাই এপাচি দৰমহা নিয়ে মাহেকটোৰ মূৰত। আৰু যেনিবা এশটকাই দিলে, সি বিক্ৰী কৰিবই বা কিয় ?

এমাহলৈ সেই মানুহজনীৰ গাৰ বিষ, হাতৰ, বাউসিৰ, বৌখা ছুচটাৰ বিষ হৈছিল, কচুঠোৰৰ জাল খাব লগা হৈছিল।

ঘৰ যেতিয়া পায়গৈ, সকলোৰে তাক বেঢ়ি ধৰিলে। ইটো-সিটোৰ ছলতে ঘৈণীয়েকে কেবাবাৰো পদুলিলৈ অহা-যোৱা কৰি আছিল। কাৰণ বাতিপুৱাৰপৰা সোঁচকুটো নাচি আছিল, তিৰোতাৰ সোঁচকু নচা বেয়া। সোঁহাতৰ তলুৱাখনো মাজে মাজে খজুৱাই আছে। কেইবাদিনো। সোঁহাতৰ তলুৱা খজুৱালে ধন যায়, বাঁওহাতৰ তলুৱা খজুৱালে ধন আহে। মানুহে কয়। ভালটো নঘটে, কিন্তু বেয়াবোৰ ফলিয়ায়। আজি-কালি যিহে মটৰৰ কোব, ড্ৰাইভাৰবিলাকে মানুহৰ গাৰ ওপৰতে উঠাব খোজে। দিনে দিনে নতুন এটাটা ঘটনাৰ কথা কাণত পৰে।

মনৰ কথা কাকো বেকত নকৰি অশান্তিৰে দিনটো পাৰ কৰিলে ঘৈণীয়েকে। আবেলিৰপৰা ঘৰৰ বনতো মন নবহা হ'ল। ল'ৰা-ছোৱালী কেইটাই মাজতে কোঢাল লগাই দৰবা-দৰবি কৰাত সিহঁতক উখাই-মুখাই বকিলে। গিৰিয়েক আহি টোভালত চাইকেলখনৰপৰা নমাৰ লগে লগেহে মানুহজনীৰ বুকুখন শাঁত পৰিল।

"ইমান দেৰি হ'ল কিয় ? মানুহ তই নিঃপালি দিলে।"

"তইতে কি বুজিবি, চৰকাৰী কামৰ লেঠা। হেড্-পিয়নৰ সন্মান

যেনেকুৱা, দায়িত্বও জানো কম বুলিছ ? গোটেই অফিচটো মোৰ মূৰৰ ওপৰত।"—চাইকেলখন ভিতৰলৈ আনি বেৰত আঁউজাই গেঁথাই গেঁথাই কথাকিটা ক'লে।

"কাপোৰখন কি হ'ল ? জাৰত কোঁচখাই যে আহিব লগা হ'ল ? কাপোৰ ক'ত এৰিলে ?"

"ব'চোন, মই মানুহটো আহি থিয় দিবলৈ পোৱাই নাই, তাইৰ কাপোৰৰ কথাহে আগ। আনবাৰে ক'লে, ভীনহি মৰে নিও আজি কাপোৰখন। সি জাৰ পাইছে। মোৰ তেও চুৰেটাৰ আৰু কোটটোৱে জাৰ মাৰিব।"

"সি চেঙলীয়া ল'ৰাটোৱে জাৰ সহিব নোৱাৰে, সেই বুঢ়া মানুহটোক জাৰত কঁপাই পঠিয়াই দিছে।"—হাতত চাকিটো লৈ ভোৰভোৰাই ঘৈণীয়েক পাকঘৰলৈ সোমাই গ'ল।

সেই এডীয়াৰ কাপোৰখন আনকি নিজৰ ভায়েকটোৱে ল'ব,সেই কথাও সহ্য নহ'ল ঘৈণীয়েকৰ।

ইমান খাপ্ খোৱাকৈ যে মিছা কথা এটা কৈ দিব পাৰিব, এই কথা বলোবামে একমুহূৰ্তৰ আগলৈকে ভাবিব পৰা নাছিল। এতিয়া গাটো লঘু লাগি গ'ল, মুখৰ গোমোৰা ভাবটো গৈ হাঁহি এটাও নাহিব ওলাল।

কাপোৰ-কানি সলাই গৰম পানীৰে গা ধুই ভাতৰ পাতত বহিল। কিন্তু ছুগৰাহমান ভাত খোৱাৰ পিছতে আকৌ বুকুখন গধুৰ হৈ পৰিল। মনৰ লঘুভাবটো নাইকিয়া হ'ল। কাইলৈ কি বুলি ক'ব ? পৰহিলৈ একা ? পেটলৈ মন ভাত আৰু নাযায়। জোৰ কৰি ছুগৰাহমান খাই মুখ ধুবলৈ উঠি গ'ল।

"ভাত যেখান তেনেই এৰিলে ?"

ঘৈণীয়েকৰ মুখলৈ চাবলৈ গৈ সি এই প্ৰথমবাৰ ঘৈণীয়েকৰ মুখলৈ চাবলৈ ভয় কৰিলে।

মটাবপৰা ভায়েকৰ এখন লৈ ক'লে, "অফিচত টি পাৰ্টি খাচো, বাবকৈয়ে খোৱা হ'ল আজি। সেইহাবে দিছিল।"

"ট্ৰি পাৰ্টি থাকিলে ঘৰত কৈ যাব লাগে, ভাতলাল বাহি নমখিলোহেঁতেন নহয়। ইহঁতক কভাই পিঠাগুড়ি এমুঠি দিয়ে থৈ দিলোহেঁতেন।"

ছুটা দিন পাৰ হ'ল অসহ্য যন্ত্ৰণাৰ মাজেদি। ঘৈণীয়েকক ফাঁকি দি আৰু কিমান ৰাখিব। "অনিৰাম আজি অহাই নাই"—বুলি কৈ দ্বিতীয় দিনটো গ'ল। গণনামতেও তিনিদিনৰ পিছত আৰু নাপায়।

চতুৰ্থ দিনা সি চাইকেলখনৰ কিবা এটা ভাল কৰিবলৈ চিনাকি চাইকেল দোকানীটোক দিলে আৰু ইচ্ছা কৰিয়ে খোজকাঢ়ি ঘৰ পালেহি ৰাতি নমান বজাত। আকৌ ঘৰত সেই চিন্তা-ভাবনা। অৱশ্যে ঘৈণীয়েকৰ আজি মনৰ ইচাট্-বিচাট্ নাই, বা কোনো অমংগলৰ আশঙ্কাও কৰা নাই। তথাপি আজি কেইদিনমানৰপৰা মানুহজনৰ মতি-গতিটো বেলেগ যেন লাগিছে। কিবা এটা যেন ভাবি থাকে, দুবাৰ-তিনিবাৰ মাতিলেহে এবাৰ গুজুপ কৰে মাত দিয়ে। হওঁতে চৰকাৰী কামৰ লেঠা, অলপ ভুল-চুক হ'লেই চিধা 'ঘৰাঘৰ'। তিৰোতা মানুহে এইবিলাকৰ আওভাও একো নাপায়। যি নহওক মানুহজনক অলপ আদৰ-যত্ন বেছিকৈ ল'ব লগা হৈছে। দিনটো খাটিবৰতে, ৰাতি কিডাঁৰ টোপনিত, এক আধাৰ সুখ দুখৰ কথা পাতিবৰ সময় নাই। তাতে ল'ৰা-ছোৱালী ডাঙৰ হ'ল, সিহঁতৰ আগত কথা পাতিবলৈও লাজ লাগে।

হেলাই-হেপাই বলোৱাম ওলালহি, এড়ী-কাপোৰ নামেই, এইবাৰ চাইকেলখনো নাই। ভাগ্যে যোৱা দুদিন জ্বৰটো কমিছে, বতৰ ধৰাং হৈছে। "চাইকেলখন আকৌ কি কৰিলে? এড়ী-চাদৰৰ দৰেই জাবোৰাক দান দি আহিল নেকি?"

"ৰ'বি ৰ'বি, মানুহটো খিয় দিছোঁহে, চিধা চাইকেলখন। মানুহটো যে সশৰীৰে ওলাইছোঁহি তাকে পৰম ভাইগ বুলি ধৰি ল'বিচোন।"

ঘৈণীয়েকৰ বুকুখন ধৰ্মৰাই উঠিল। কিবা এটা 'এচিডেণ্ট্' নিশ্চয় হৈছে। ভালেই তাক ক'লী পাইকলী জনা নাই, নহ'লে সিদিনা পোচতু নাচিব কিয়? সুখেৰে একো নাৰাতি সিদিয়েকৰ

পিছে পিছে সৈ গৰুৰ-পানী, গামোচা-চুৰিয়া তিয়াৰ ব্যৱস্থা কৰি বাথৰুম-ঘৰত সোমাল।

খাই-বৈ, মজিয়া-আখল অঁতোৱাৰ পিছতো দেখে যে গিৰিয়েক তেতিয়াও ওলোৱা নাই, মুঢ়া এটাতে মূৰ-ঘমাই বহি আছে। চাকিটো মাটিত থৈ সুখৰি-পীৰা এখন টানি ওচৰতে তামোলৰ বটাটো আগত লৈ বৈণীয়েক বহিল। “কি হ’ল, ‘এচিদ্‌ডেণ্ট্‌-কেচিক্‌ডেণ্ট্‌’ হ’ল নেকি? মোৰ সোঁচকুটো সিদিনা নাচি আছিল, মনটো ইচাট্‌-বিচাট্‌ লাগি আছে।” বহি লৈ বৈণীয়েকে ক’লে।

“হুঃ”—বুলি হুমুনিয়াহ এটা কাঢ় বলোৱামে আঁঠু দুটাৰ ওপৰত হাত দুখন থৈ, থুঁতৰিটো হাতৰ ঠাৰিৰ ওপৰত তুলি আনকালে চাই ৰ’ল। এইবাৰো তাৰ বৈণীয়েকৰ মুখলৈ চাবলৈ সাহসে নুকুলালে। যদিও সমাজত চিৰকাল পুৰুষেই আধিপত্য চলাই আহিছে, তথাপি একোটা সময় আছে, নিজৰ তিৰোতাজনীৰ আগত থিয় দিবলৈকে সাহ নহয়। ৰবৰাবু, ‘চুপাৰিণ্ট’ৰ বঙা চকু, বকনিলৈ বলোৱামে কেৰেপ কৰা নাই। এবাৰ প্ৰায় চাকৰি যোৱাৰ অৱস্থা, তথাপি তাৰ ইমান ভয় লগা নাছিল। সি জেনে একো অপৰাধ কৰা নাই, নিজৰ বস্তু নিজে হেৰুৱাইছে, তথাপি সত্য কথাটো ক’বলৈ সাহ হোৱা নাই কিয়?

বৈণীয়েকে মুখখন আধামেলা কৰি তালৈ চাই ৰ’ল।

সি এটা এটাকৈ কৈ গল, “এড়ী চাদৰখন ওপৰতে পেলাই লৈ চাইকেলত আহি আছোঁ। তিনি আলিটো পাৰ হ’বলৈ চাইকেলখন ঘূৰাইছোঁ। আহিল সিফালৰপৰা কাঠ্‌ ট্ৰাচ্‌ এখন, যেন ধুমুহা এজাক। চাইকেলখন আকৌ ঘূৰাই দিলোঁ। আহিল সিফালৰপৰা হুৰহুৰাই এখন ‘ডিজেল ট্ৰাক’। চাইকেলখন থাবৈলৈ পোনাই দিলোঁহে, ফুলা মাৰিলেই। ফুলাটো অৱশ্যে ভালদৰে নালাগিল। নালাগিল বাবিলো, কৰ্কাল থাই চাইকেল সৈ এফালৈ হ’ল। ভাগ্যে জঁপিয়াৰি দিলোঁ। জঁপিয়াৰি দিলোঁহে হয়, গাৰ এড়ী-চাদৰখন সৈ মটৰৰ চকাত সোমাজলৈ। তেনেই টানি-মোহাৰি নুমাযাব......

কথাখিনি শেষ হ'বলৈ নাপালে। মানুহজনীয়ে জঁাপমাৰি বলোবামক সাৱটি ধৰি ঠক্‌ঠক্‌ কৰে কঁপিবলৈ ধৰিলে।

"ঔ মোৰ ঈশ্বৰ"—চেপা চিঞৰৰ এটা মাত্ৰ মুখৰপৰা ওলাল।

ল'ৰা-ছোৱালী সকলো শুইছিল। চিঞৰটো কোনেও শুনিলে। বলোবামে মানুহজনীক দুই হাতেৰে সাৱটি আকৌ পীৰাত বহুৱাই দি ক'লে, "অধৈৰ্য্য নহ'বি। ঈশ্বৰে এনেকৈয়ে ৰক্ষা কৰিব। ভাবিছোঁ চাদৰখনতকৈ মানুহটো যোৱা হ'লেই ভাল আছিল। ভেছে চাইকেল-খন ওচৰৰ মিস্ত্ৰীৰ দোকানত দি মানুহটো গুচি আহিছোঁ।"

"উস্‌ মোৰ পৰম প্ৰভুৱে ৰাখিলে ঐ। নালাগে মোক এড়ী-কাপোৰ ঐ। মোক সূতা আনি দিলে, আকৌ এখন বৈ দিম ঐ। মানুহটো গ'লে মানুহ এটা জানো সাজি ল'ব পাৰি ?"

আকৌ জঁাপমাৰি গৈ ঘৈণীয়েকে আলফুলকৈ বলোবামক সাৱটি ধৰিলে, ঠিক এড়ীয়াৰ কাপোৰখনৰ দৰেই।

বলোবামৰ মুহূৰ্ত্তত ভাব হ'ল যেন সঁচাকৈয়ে সি মৃত্যুৰ মুখৰপৰা উঠি আহিছে। জীৱনৰ নতুন বৰকাপোৰ এখনে যেন তাক আলফুলকৈ আৱৰি পেলাইছে। জপা-গৰকা আচল এড়ী-কাপোৰখন হেৰোৱা নাই তাৰ, সেইখনেই তাৰ দেহৰ ভিতৰ-বাহিৰ গৰকি পেলাইছে।

## ॥ দোস্ত ॥

চাইকেলখন চাহৰ দোকানৰ বাৰাণ্ডাৰ ষ্টেণ্ডত থিয় কৰাই প্ৰমোদে ভিতৰৰ ফালে ভুমুকি মাৰিলে। নাই, গ্ৰাহক দুই-এজনহে। কাষৰ চুক এটাত কেচ-বাকচ কাষত লৈ দোকানী বহি আছে, মুখত চিনাকি হাঁহিটো। দোকানীৰ চাৰিওফালে কাঠৰ ফ্ৰেমত আইনা লগোৱা অৰ্দ্ধবৃত্তাকাৰ খ'কেচটো। খ'কেচৰ ভিতৰত ইটো-সিটো নানা ধৰণৰ প্ৰয়োজনীয় বস্তু, খাতা-পত্ৰ ইত্যাদি। ওপৰত দুই-এখন কাগজ, প্ৰকাণ্ড বৈয়াম এটাত চাহপাত ইত্যাদি।

চিনাকি দোকানখনৰ পৰিৱেশটো দুৱাৰ-মুখতে থিয় হৈ প্ৰমোদে এবাৰ চাই ল'লে। মিঠাই ৰখা আলমাৰিটোলৈ চকু গ'ল। দুই-এবিধ নতুন মিঠাই দেখিবলৈ পালে, যেনে—আমৃতি আৰু ৰস-কদম্ব। তাৰ পিছত মুখখন ঘূৰাই আনি দোকানীৰ চকুৰ ওপৰত থ'লে। দোকানীৰ মুখত কৌতুকৰ হাঁহিটো তেতিয়াও স্থিৰ হৈ থকা বিজুলীৰ দৰেই লাগি আছে।

: যাওক বহকগৈ। চাহ দিম ?

: কোনো অহা নাই ?

: আহিব, চাহ খাওকচোন বাক আগতে।

দোকানৰ এটামূৰে তিনিজন মানুহৰ উপযোগী এটা সৰু কেবিনলৈ প্ৰমোদ আগবাঢ়িল।

প্ৰমোদৰ বয়স উনৈশ-কুৰিৰ ভিতৰতে হ'ব, ওখ, হাড়-পাহ ঠকঠক, চুলিবিলাক আগকাললৈ ওপৰা আৰু কেঁকোৰা, পিন্ধনত ড্ৰেণ্ট, টি চাৰ্ট আৰু ভৰিত চেণ্ডেল।

চেণ্ডেলযোৰ টোচৰাই টোচৰাই প্ৰমোদ আগবঢ়াৰ লগে লগে চাহ পঠাবলৈও কৈ গ'ল।

প্ৰায় লগে লগেই বন্ধু দুজন পালেহি। ইউচুফ আৰু হৰেন্দ্ৰ, দুয়ো চাইকেল দুখন প্ৰমোদৰ চাইকেলৰ কাষতে থৈ দোকানীলৈ হাঁহিৰে সম্ভাষণ জনাই নিৰ্দিষ্ট ঠাইলৈ আগবাঢ়িল। হাঁহিৰ অৰ্থ এয়ে যে চাইকেলখনতে প্ৰমোদ অহাৰ কথা সিহঁতে জানিব পাৰিছে। বেলেগে আৰু দোকানীয়ে নক'লেও হ'ব। তিনিও বন্ধু চাহৰ পিয়লা আগত লৈ বহিল। তিনিও সমবয়সীয়া, সমানে মেট্ৰিক ফেল, সমানে চুলিৰ ভাঁজ। মাত্ৰ ইউচুফে পায়জামা-পাঞ্জাবী পিন্ধিছে। যোৱা নিৰ্বাচনত তেওঁলোকৰ কনষ্টিটিউয়েন্সিৰ প্ৰাৰ্থীজনৰ হৈ দেহে-কেহে খাটিছিল আৰু প্ৰাৰ্থীজন হাৰিল যদিও তেওঁলোকৰ থাকি গ'ল তিনিখন চাইকেল আৰু তিনিওজনৰ মাজত অভিন্ন বন্ধুত্ব। প্ৰমোদ শইকীয়াৰ ঘৰ টাউনৰপৰা তিনি কিলোমিটাৰমান আঁতৰৰ গাঁৱত, হৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ ঘৰ টাউনতে আৰু ইউচুফৰ ঘৰ মিউনিচিপেলিটিৰ সীমাৰ থিক বাহিৰত। প্ৰাৰ্থীজনৰ বাছনি উপযুক্তই আছিল যদিও এটা চেণ্টাৰত 'বিট্ৰে' কৰাত অলপ ভোটত হাৰি গ'ল।

ইলেকচনৰ পইচাৰে এবছৰমান আৰামত কটোৱাৰ পিছত সিহঁত এতিয়া যুটীয়া ব্যৱসায়ত নামৰ লগা হ'ল। কাৰণ পিছৰ ইলেকচনলৈ এতিয়াও কেবা বছৰো বাকী।

দোকানীয়ে তিনিটা আমৃতি প্লেট এখনত আনি সিহঁতৰ আগত থৈ ক'লে, "নতুন খবৰ আছে শইকীয়া।"

তিনিওটাই আমৃতি এৰি দোকানীৰ মুখলৈ চাই জিভা মেলি ৰ'ল।

"ভাগৱতী বুঢ়া ঢুকাল বুলি শুনিলোঁ, সেই যে পেন্সনাৰ, ইয়াৰপৰা দুকিলোমিটাৰ আঁতৰত ঘৰ ?"

"ঠিকতো" ইউচুফ জঁপিয়াই থিয় হ'ল।

"আগেয়ে বুঢ়া পেন্সন নিবলৈ এক তাৰিখে ওলায়হি আৰু যাওঁতে ইয়াত লোমাই আমৃতি, ৰস-কদম, এই দুবিধ মিঠাই নিবই। আজি তিনি তাৰিখ হ'ল, অহা নাই। কালি ৰাতি কোনোবা দুজনমান গ্ৰাহকে কোৱা-মেলা কৰা শুনিলোঁ ভাগৱতী পেন্সনাৰ ঢুকাল বুলি।

হঠাৎ আপোনালোকক আবৃত্তি দিবলৈ লৈ কনভ পৰিল, বুঢ়াৰ বস্তু আপোনালোকেই খাওক।"

ইউচুক ওলাই লব মাৰিলে আৰু ওচৰৰ দোকান এখনৰপৰা কাগজ আধা দিস্তামান লৈ সোমাই আহিল।

হৰেন্দ্ৰই চাহত শোহা মাৰি সুধিলে, "বুঢ়াৰ আছে কোন কোন ?"

"ল'ৰা নাই বোধহয়, ছোৱালী আছে, ভতিজাকহঁত আছে। ভালকৈ নাজানো।"

"চুকোৱা কেইদিন হ'ল ?"—প্ৰমোদে ইউচুকৰ হাতৰপৰা কাগজ-খিনি লৈ সুধিলে।

"বোধহয় কালি 'ভিলনি' গৈছে"—দোকানীয়ে কোনোবা নতুন গ্ৰাহক অহাৰ শব্দ শুনিলে আৰু লৰালৰিকৈ আঁতৰ হ'ল।

"লিখ দোস্ত, লিখি যা" ইউচুকে তাৰ জেপৰপৰা পে'নটো উলিয়াই প্ৰমোদৰ সম্মুখত ৰাখিলে।

"কিন্তু কাৰ নামে লিখিব লাগিব ?"—পে'নটো হাতেৰে খামুচি ধৰি প্ৰমোদে নিজকে সোধাৰ দৰে সুধিলে।

"আৰে, লিখি দে এটা নাম জীৱনচন্দ্ৰ ভাগৱতী বা তন্তু ভতিজা মৰণচন্দ্ৰ ভাগৱতী"—হৰেন্দ্ৰই ছুঁটোকমান চাহ একেবাৰতে খাই লৈ ক'লে। "মাত্ৰ বস্তু সৰহকৈ লিখিবি, এই ধৰ এক কুইণ্টল ময়দা, এক কুইণ্টল চেনি।"

ইউচুকে মাজতে বাধা দি ক'লে, "আৰে, একেবাৰতে মুখ নেমেলিবি, সন্দেহ হ'লে চিধা হাজোতত।"

বাধা পাই হৰেন্দ্ৰৰ মুখৰপৰা অশ্লীল-মূলীয় শব্দ এটাই কট্ কাৰ দৰে শব্দ কৰি ওলাই আহিল। দোকানীয়েও আস্ত-ব্যস্ত হৈ সিঁহতৰ ওচৰ পাই কুচকুচাই ক'লেহি, "আপোনালোকে কি কৰিব খুজিছে ? ইমান ডাঙৰকৈ চিঞৰিছে কিয় ? ভাল ভদ্ৰ মানুহ দোকানলৈ আহি আপোনালোকৰ মুখত এই ভাষা শুনিলে কি বুলি ক'ব ? আৰু কুইণ্টলৰ কথা কৈছে কিয় ? কিছু কিনো বুলি লিখক। সন্দেহৰ চিন ৰাখিব খুজিছে কিয় ?"

হৰেন্দ্ৰ খন্তেক থিয় হৈছিল, আকৌ ধপহ কৰে বহি পৰিল। ইউচুফলৈ চাই ক'লে, "দিল লাগে বে, দিল লাগে, এইকণ কলিজা লৈ কি 'বেব্‌চায়' কৰিবি দোস্ত ?"

ইউচুক চাহ খোৱাত লাগিল।

দোকানীয়ে আকৌ ফুচফুচাই ক'লে, "সিদিনা ডি চিয়ে সন্দেহ কৰি নিজে খবৰ লৈ আহিলগৈ এজনৰ। ভাগ্য ভাল, জেনুইন কে'চ্ আছিল।"

হৰেন্দ্ৰই তথাপি কোঁচফোচাই ক'লে, "চল্লিছ কেজিৰ কম নকৰিবি, 'মাৰতো গণ্ডাৰ, লুটতো ভাণ্ডাৰ'। আমি চুৰি-ডকাইতি কৰা নাই মদ-ভাং-কানিৰ বেপাৰ কৰা নাই, শ্ৰাদ্ধৰ কাৰণে চল্লিছ কেজি চেনি আৰু চল্লিছ কেজি ময়দা বিচাৰিছো। তাৰ বাবে জেলত দিলে দিব যিবিলাকক জেলত দিব লাগে, সেইবিলাকক জেললৈ নিলে বাহিৰত ভদ্ৰলোকেই নাথাকিব দেখোন।"

প্ৰমোদে দৰখাস্তখন লিখি উঠি চাহত শোহা দি সৰু অথচ গহীন মাতেৰে হৰেন্দ্ৰলৈ চাই ক'লে "কিমান ফকৰ ফকৰ কৰি থাক অ'? ষ'ল এণ্ডিয়া কাম আৰম্ভ কৰিব লাগে।" তাৰ পিছত দোকানীলৈ চাই ক'লে, "আজি অলপ সৰহকৈ দিয়ক, আমাৰ ভলি উদং।"

"কিমান ?"

"এই ধৰক পঞ্চাশমান। কেৰাণীটোক দহ টকা নিদিলে মুখ তুলিয়ে নাচায়। পিয়নটোকো পাঁচ টকাৰ কমে লবাবই নোৱাৰি।"

"দেশ জহন্নামে গ'ল"—বুলি দোকানী কেচ-বাক্সৰ ওচৰলৈ গৈ বাকচৰ ভিতৰৰ খুপিটোৰপৰা দহটকীয়া নোট পাঁচখন আৰু এটকীয়া পাঁচখন উলিয়াই টিপতে প্ৰমোদক দি ক'লে, "পচ্‌পন।"

ধৰখেদাকৈ তিনিও বাহিৰ ওলাল আৰু চাইকেলত চকু বাখিবলৈ দোকানীক অনাবশ্যকভাৱে এবাৰ কৈ গ'ল।

চাপ্ৰাই অফিচৰ সম্মুখৰ পাণ-দোকানখনৰপৰা তিনিও ভায়োল-জিলাবেট ল'লে। ইউচুফক এবাৰ অফিচৰপৰা পাক দি আহিবলৈ পঠালে, ডি ডি এচ, চুপাৰিন্‌টেণ্ডেণ্ট, কেৰাণী, কোন ক'ত আছিছে,

আলেখ-লেখ চাবলৈ। ভাওৰ কথা ভাগৰতীৰ ঘৰৰ কোনোবাই ইতি-মধ্যে ঘৰখাস্ত কৰিছে নেকি সেই খবৰটো সংগ্ৰহ কৰা।। সেইখাতখন অৱশ্যে প্ৰমোদেই নিব লাগিব, আগৰ সপ্তাহত হৰেন্দ্ৰই আনিছিল ভনীয়েকৰ বিয়া বুলি, তাৰ আগৰ সপ্তাহত বাপেক মৰা বুলি ইউচুফে আনিলে। এইবাৰ তাৰ পাল।

অলপ সময়ৰ পিছত ইউচুফ ঘূৰি আহিল। এতিয়ালৈকে দেখাত বিপদ একো নাই, গতিকে প্ৰমোদক পঠিয়াই দিলে অফিচলৈ। ইউচুফ আৰু হৰেন্দ্ৰ কাছাৰি-বাৰৰিৰ চাহৰ দোকানত থাকিব, বন্দোবস্ত হ'ল।

প্ৰমোদৰ বুকুত যেন ৰাজমিস্ত্ৰীয়ে ধুৰ্মুচ্ হে মাৰিছে। এখন ভৰি জেলত, এখন ভৰি বাহিৰত, অলপ ভুল, সামান্য সন্দেহ, বা ভাগৰতীৰ ঘৰৰ কোনো মানুহৰ উপস্থিতি কত ধৰণৰ বিপদ।

হৰেন্দ্ৰ আৰু ইউচুফ গৈ কাছাৰী-বাৰৰিৰ সিহঁতৰ চিনাকি দোকানখনত বহিলগৈ। কোনেও প্ৰকাশ কৰা নাই যদিও দুয়োৰে মন আজি নানা ধৰণৰ সন্দেহ, আশঙ্কা আৰু অস্থিৰতাৰে উজুল-থুজুল লাগি পৰিছে।

দোকানখনলৈ নানা ধৰণৰ মানুহ আহিছে, বহিছে, চাহ খাইছে, বিড়ি টানিছে। কাৰোবাৰ মাটিৰ কেঁচৰ দিন, কাৰোবাৰ আকৌ দিন হৈছে, কাৰোবাৰ মাৰপিট সম্পৰ্কীয় মোকৰ্দমা, কাৰোবাৰ ছোৱালী চুৰি, সেই প্ৰসঙ্গত নিজ নিজ পক্ষৰ উকীলৰ গুণ-গান: কোনজন ডেকা উকীলে কেনেকৈ জবাব-হুৱাল ধৰে, কোনে হাকিমৰ হাতৰপৰা কলম কাঢ়ি আনিব পাৰে, ইত্যাদি নানা ধৰণৰ আলোচনা। হৰেন্দ্ৰ আৰু প্ৰমোদে প্ৰায়ে এনেবিলাক আলোচনা শুনেহি আৰু শুনি ভাল পায়। আজি কিন্তু হৰেন্দ্ৰৰ এইবিলাক কথালৈ কোনো কৌতূহল নাই। সি চাইছে ভাগৰতীৰ নাম লোৱা কোনো মানুহ ওলাই প্ৰেকি বা সেই বিষয়ৰ কোনো কথা-বতৰা কাণত পৰে নেকি।

দোকানখনৰ মুখৰপৰা চাগ্ৰাই অফিচৰ গেটখন দেখা পায়। সিহঁতে হুকাপ চাহ লৈ এৰেকোণৰ গেটখনলৈ চাই থাকিল।

কেবাজনো মানুহে জুম বান্ধিছে। দুটামান পুলিচো আছে। পুলিচ দুটা অলপ কোবাকুবিকৈ গে'টৰ ভিতৰলৈ সোমাই গৈছে।

হৰেন্দ্ৰই চকু মুঘুৰোৱাকৈ হাতেৰে কাষৰ ইউচুফৰ গাত চিকুটি মাৰি দিলে। ইউচুফে তাৰ গাৰ কাষেদিয়ে গে'টখনৰ ফালে চাই পঠিয়ালে।

"আজি ঠিক নাই দেই, কিবা এটা খাৰাপ হৈ গৈছে"—ফুচফুচাই ইউচুফক ক'লে। দুয়োৰো গা ভিতৰি ভিতৰি ঘামিবলৈ ধৰিলে। চাহ খাবলৈ কাৰো মন নোযোৱা হ'ল। হৰেন্দ্ৰই আকৌ চিগাৰেট জ্বলালে।

"অৱশ্যে সি কেতিয়াও আমাৰ নাম নকয়"—ইউচুফে সেহাই সেহাই ক'লে।

"সেইটো ভয় কৰা নাই। কিন্তু তাৰ পিছত কি হ'ব? সিতো ঘৰত বাপেক-ককায়েকৰ গালি খাই থাকিব নোৱাৰা হৈছে। ঘৰত একো কাম নকৰে, পৰীক্ষাত ফেল মাৰ্কা, এতিয়া চাপ্লাই অফিচত কাম পাইছে বুলি ফাঁকি দি ৯ বজাতে ওলাই আহি আমাৰ লগত আড্ডা দি থাকে।"

হৰেন্দ্ৰই এটা এটাকৈ শব্দ উচ্চাৰণ কৰি কৈ গ'ল।

"ভাগৱতী?"

কোনোবা এজনে কাৰোবাক মাতিলে।

দুইটা জিকাৰ খাই উঠিল। যেন দুয়ো দুয়োকো সাৱটি ধৰিব, বা দোকানৰপৰা ওলাই লৰ মাৰিব। মুখৰ চুলিৰ গুৰিবিলাকৰপৰা ঘাম ওলাবলৈ ধৰিলে।

কোনে কাক মাতিলে হৰেন্দ্ৰই সাৱধানে চাৰিওফালে চাবলৈ ধৰিলে।

দোকানৰ অলপ আঁতৰত দুজন মানুহ পৰস্পৰৰ ওচৰ চাপি আহি হাত জোকাৰি কথা পাতিছে।

বোধহয় এজনৰ উপাধি ভাগৱতী। দুয়ো চিনাকি বন্ধু যোধহয়, বহু দিনৰ মূৰত দেখা-দেখি হৈছে। যাঃ। মিছাতে সিহঁতে ভয় খালে।

"আজি কিবা এটা হ'লে নাই 'ড্ৰিংক্‌চ্' কৰিব লাগিব"—ইউচুফে

বাকী থকা চাহথিনি লাহে লাহে চুপি কৈ গ'ল ;—"বাবাজানৰ দৰৱ খতম, কাৰ্মাচীয়ে আগৰ বাকী নাপাবিলে দৰৱ নিদিয়ে। জনীজনীৰ মাচুল দিয়া নাই, এই মাহত নাম কাটি দিব, তাই স্কুললৈ নাযায়।"

"এই সপ্তাহত ভাল চিনেমা এখন আহিছে নহয়—" হৰেন্দ্ৰই সান্ত্বনাৰ সুৰত ক'লে।

"লাভ নাই দোস্ত, সক টাউনত চিনেমা মানুহে ব্লেকত টিকেট কিনি নাচায়। লাগিলে চিনেমাই নাচায়। বজাৰ আছে গুৱাহাটীত, তাত একোজনে দিনে ১৫।২০ টকা ইনকাম্ কৰে।"

"সেইটো ঠিকেই। ইয়াত বজাৰ মন্দা। তথাপি যি দুই-চাৰি পইচা ওলায়। কিবা এটা কৰি খাবতো লাগিব। আমি চুৰ কৰিবও নোৱাৰোঁ, পকেট মাৰিবও নোৱাৰোঁ। নিজৰ বুদ্ধিৰে যি পাৰোঁ কৰিব লাগিব"—হৰেন্দ্ৰই চিগাৰেট হুপি হুপি কৈ গ'ল।

এজন মানুহ সোমাই আহিল। সিহঁতৰ অলপ আঁতৰত থকা খালী বেঞ্চ এখনৰ চুক এটাত বহিল। মানুহজন ভাগৰি অহা যি আহিছে আৰু দোকানীক পানী এগিলাচ খুজি, তিনি ঢোকমানতে গোটেই গিলাচ পানী শেষ কৰিলে। মানুহজনৰ মূৰত এডোখৰ বগা কাপোৰ, হাতত মিহি দীঘল মাৰি এডাল। অৰ্থাৎ মানুহজন ব্ৰত লৈ আছে, মাক বা বাপেক ঢুকাইছে। পানী গিলাচ খাই লৈ মানুহজনে দোকানীক চাহ একাপ আৰু ৰসগোল্লা এটাৰ অৰ্ডাৰ দি নিজকে কৈ।ৱাদি ক'লে, 'প্ৰৱাসে নিয়ম নাস্তি। চাহকাপ খালে ব্ৰত ভাগে যদি ভাগক, প্ৰাণটো ৰওক।' কথাৰাৰ শেষ কৰি সমৰ্থন বিচাৰি সন্মুখৰ হৰেন্দ্ৰৰ মুখলৈ চালে।

হৰেন্দ্ৰই সন্মতি-সূচকভাৱে মূৰ জোকাৰি সুধিলে, "কোনোবা ঢুকাল ?"

"নক'ব। আই ঢুকাল, শ্ৰাদ্ধ পালেহিয়ে। মমলা পোৱৰ কিনো, চেনি দহ কিলোৰ কাৰণে আজি তিনিদিন টাউনলৈ, চাৰাই অফিচলৈ অহা-যোৱা কৰোঁতে তৰিৰ তলুৱাৰ একাল কৰ হ'ল।

কেৰাণী এটাৰ দেমাক চাব কি, তৰিলৈ চালেও মূৰলৈ নাচায়।

হেৰ', ৰবতীয়া মানুহ, সে বস্তুখিনি। চুপাবিক্টোৱেষ্টৰ ওচৰ পাওঁ। ক'লে, 'দে, কোমল চাউল খুৱাওক।' ভাবি চাওক, দেশত এটা গাখীৰেই নাই, দৈ পাওঁ ক'ত? কিলোত লাগে পাঁচ টকা। সকামত দিবৰ কাৰণে অলপ যোগাৰ কৰিছোঁ, বাকীবিলাকৰ কাৰণে কটী-দাইল।"

দোকানীয়ে চাহ-ৰসগোল্লা আনি দিছিল। মানুহজনে একেবাৰতে ৰসগোল্লাটো গিলি চাহ এঢোক খাই লৈ ক'লে, "চৰকাৰে চাপ্লাইৰ নামত অভৰোৰ বগা-হাতী পুহিছে কিয়? ইহঁতক সন্তুষ্ট কৰোঁতে বেপাৰীহঁতে বেলেক্‌মাৰ্কেট কৰিবলৈ বাধ্য।"

হুৰেন্দ্ৰই সম্মতি-সূচকভাৱে মূৰ জোকাৰি সুধিলে, "আপোনাক কিমান দিলে?"

"কিমান দিব? দহ কিলো ময়দা, পাঁচ কিলো চেনি।"

"আটিব জানো?"

"ক'ত আটিব। অলপ বেলেকৃত আনিব লাগিব। চাপ্লাইৰ মানুহক হাতত ৰাখি নমৰা মানুহেও মৰা বুলি, ছোৱালী নোহোৱা ঘৰতো ছোৱালীৰ বিয়া বুলি মোনে মোনে বস্তু আনি 'বেলেক্‌ মাৰ্কেট' কৰিছে। আমাৰ ছাল-ছিগাবিলাকৰ সঁচা-ক্ষেত্ৰতো বস্তু নাপাওঁ। এই চৰকাৰ থাকে মানে একো নহয়, মিলিটাৰী-ৰাজ কৰি অফিচাৰবিলাকক খুঁটাত বান্ধি সোকা লগাব লাগিব।"

মানুহজনে দোকানীক পইচা দি সিহঁত দুটাক বিদায়-সূচক নমস্কাৰ এটা জনাই গুচি গ'ল।

হুৰেন্দ্ৰই কমাল উলিয়াই কপালৰ ঘামখিনি মচি পেলালে। ইউচুফৰ মুখখন চুণ দিয়া বেৰৰ দৰে বগা হৈ গ'ল।

সিহঁতৰ সময় নোযোৱা হ'ল। দুয়ো চাপ্লাই অফিচৰ মুখলৈ লাহে লাহে ওলাই গ'ল। সন্মুখৰ পাণৰ দোকানখনত আকৌ তামোল-চিগাৰেট খালে।

আকৌ লাহে লাহে উভতি আহিল, ইকালে-সিকালে কছাৰীৰ যাকৰিত ঘূৰা-ঘূৰি কৰিলে। ডেৰঘণ্টামানৰ পিছত আকৌ চাহৰ দোকানত বহিলহি।

এনেতে ঘামি-জামি প্ৰমোদ সোমাই আহিল। ছুয়োটাই একেলগে থিয় হৈ আগবাঢ়ি গ'ল।

"চাহ একাপ খাই ল"—ইউচুফে ক'লে। প্ৰমোদে হাতেৰে ঠাৰ দিলে, নাখায়। তাৰ ইংগিত মতে সিহঁত ছুটাই পিছ ল'লে।

কাৰো মুখত কথা নাই। তিনিও চৰকাৰী ৰাস্তা পালেগৈ।

"কাণ্ডটো কি?"—প্ৰথমে হৰেন্দ্ৰই আৰম্ভ কৰিলে।

"হৈছিলেই। এজন চিনাকি মানুহ ওলালগৈ। মোৰ নাম কাঢ়ি মাতে বুলি জীৱ উৰি গ'ল। চুপাৰিন্‌টেণ্ডেণ্টৰ ওচৰত খুব 'হাল্লা' আৰম্ভ কৰি দিছে ৰৰতীয়া গাৱে তিনি দিন আহিছে। কতই ফাঁকি দি বেপাৰ কৰিছে, কিন্তু আচলবিলাকে নাপায় কত হাল্লা গোল্লা

"অ' সেই ৰৰতীয়া মানুহজন?"

"ওঁ, কেনেকৈ জানিলি?"

"দোকানত সোমাই প্ৰোক মাত্তি চাহ-ৰসগোল্লা খাই গৈছে আৰু মিলিটাৰী-ৰাজ বিচাৰি লেকচাৰ দি গৈছে।"

"সেই ভকতেই। চিনাকি, কিন্তু নামটো পাহৰিলোঁ। সি বেটায়ো বোধহয় মোৰ নাম পাহৰিলে, নহ'লে, 'কিহে কি খবৰ' বুলিয়ে ক্ষান্ত নহ'লহেঁতেন। কিন্তু ৰৰতীয়া গাৱেই দোকানত খাইছে নে?"

তিনিও গৈ ৰেচনৰ দোকানৰ সন্মুখত ৰ'লগৈ। কাৰ্ডৰ বস্তু নিয়াও এটা সমস্যা, কিউ কৰিব লাগে কেতিয়াবা। লিখা, চহী কৰা, নানা জঞ্জাল। আধা ঘণ্টাতকৈও বেছি সময় ল'লে সিহঁতৰ।

এখন বিস্নাত বস্তুখিনি লৈ প্ৰমোদ আৰু আন এখনত ইউচুফ আৰু হৰেন্দ্ৰ উঠি সিহঁতৰ মহাজনৰ মিঠাই দোকানলৈ আগবাঢ়িল।

দোকানৰ বাৰাণ্ডাত বস্তুখিনি নমাবলৈ দি হৰেন্দ্ৰই দোকানীক সুধিলে, "এই বস্তুখিনি আপোনাৰ দোকানৰ ভিতৰত ৰাখিব পাৰিব নে? আমাৰ অলপ কাম আছে, আবেলিলৈহে নিম।"

"কোনো কথা নাই, ৰাখি যাওক।" গডিকে, "এই বিল্লা বাব।"

বিদ্যা বিদায় দি সিহঁত তিনিও হাত-মুখ ধুই নিজৰ কেবিনটোলৈ গ'ল। কেবিনত আন গ্ৰাহক নাছিল। দুৱাৰখন জপাই তিনিও চাহৰ কাপ আগত লৈ বহি ল'লে।

বিছ কিলো ময়দা, বিছ কিলো চেনি আৰু পোন্ধৰ কিলো আটা। প্ৰায় আশী টকা লাভ হ'ব। কেইদিনমানলৈ নিশ্চিন্ত। ইউচুফৰ দেউতাকৰো এমাহমানলৈ ঔষধৰ চিন্তা নাথাকে।

নিশ্চিন্ত আৰামেৰে তিনিও ঠেং-ঠুং মেলি চাহৰ কাপত শোহা দিলে।

দোকানীয়ে নিজে তিনিখন প্লেটত ৰস-কদম্ব তিনিটা আনি সিহঁতৰ আগত থ'লে।

“খাওক, ভাগৰতীৰ শ্ৰাদ্ধ। বুঢ়াই প্ৰতি মাহে পেন্সনৰ টকাৰে ৰস-কদম্ব কিনে। এইবাৰ কিন্তু নাপালে এক তাৰিখ। গতিকে আপোনালোকেও এটা এটা খাওক।”

“বাহী হ'ল যেতিয়া 'ছাক্-ফ্ৰি' দিব লাগিব।” হৰেন্দ্ৰই হাঁহি ক'লে।

“বাহী হ'ব কেনেকৈ? মিঠাই দোকানৰ বস্তু হয় পুৰা কৰা, নহয় আগৰাতি কৰা। বিশেষকৈ আমাৰ ধনঞ্জয় দোকানীৰ বস্তু।”—প্ৰমোদে দোকানীলৈ চাই টিপ্পনি দিলে।

হাঁহিৰ খলকনিৰ মাজতে ৰস-কদম্ব শেষ হ'ল।

কিন্তু তাৰ মাজতো প্ৰমোদৰ বুকুখন কোনোবাখিনিত বিষাই উঠিল। সেই ৰবতীয়া মানুহজন, বাটৰ চিনাকি অৱশ্যে, ঘৰলৈ কেতিয়াও যোৱা নাই, তথাপি তাৰ মাকৰ শ্ৰাদ্ধ। তাৰ ভাগৰপৰা পাঁচ কিলো ময়দা কিনা দামতে তাক দি আহিবলৈ মনটোৱে উচ্‌পিচ্‌ লগাই দিলে। প্ৰমোদে হঠাৎ হাঁহিবলৈ এৰি গহীন হৈ যোৱাৰ কাৰণে দোকানীয়েও হাঁহিবলৈ এৰি তাৰ কাষ চাপি গ'ল।

“কি হ'ল? মিঠাই আৰু লাগে নেকি?”

প্ৰমোদে ঘটনাটো কৈ তাৰ ভাগৰ পাঁচ কিলো ময়দা মানুহজনক দিবলৈ ইচ্ছা কৰাৰ কথা ক'লে।

দোকানীৰ তাত লাভ-লোকচান নাই, গতিকে আনন্দেৰে সন্মতি দিলে।

কিন্তু হবেশ্বৰই মুখখন অলপ কোঁচ খুৱাই দিলে। কপালত সামান্য এটা গাঁঠিয়ে দেখা দিলে।

"চাৰি অ' উপকাৰীক অজগৰে খায়, কেঁচু খান্দোতে সাপ নোলালেই ৰক্ষা। বাটৰ চিনাকিৰ লগত ইমান প্ৰেম কিহৰ? অৱশ্যে তোৰ নিজৰ কথা দোস্ত। নে কি কয় দোস্ত?" সি সমৰ্থনৰ কাৰণে ইউচুফলৈ চালে।

ইউচুফে মুখেৰে একো নামাতিলে। মাত্ৰ 'হয়-নহয়'ৰ মাজতে মূৰ জুপিয়ালে।

দোকানীয়ে নিৰ্লিপ্তভাৱে সমৰ্থন দি ক'লে, "ক'ৰপৰা আনিলে, কেনেকৈ আনিলে, নানা প্ৰশ্নৰ উত্তৰ দিব লাগিব। তাৰি চাওক, আপোনাৰ ইচ্ছা।"

"ৰৱতীয়া গাবেই মানুহজন আহিছে সেই কাৰণেহে"—প্ৰযোজে চাহত শোহা মাৰি ক'লে।

দোকানলৈ নতুন গ্ৰাহক অহাত দোকানীজন লৰালৰিকৈ ওলাই গ'ল, যাওঁতে ছুৰাবখন জপাই দি গ'ল। কাঠৰ ফ্ৰেমত হেচেইন কাপোৰ মাৰি বং সানি দিয়া লমু দুৱাৰ। জপালেও ভালদৰে জাপ নাখায়।

হঠাৎ দোকানীজন আকৌ সোমাই আহি প্ৰযোজক সুধিলে, "মানুহজনৰ নামটো জানে নে আপুনি? ৰৱতীয়া মানুহ বুলি কৈছিল, নহয়?"

"নামটোৱে পাহৰিলোঁ। কিবা ৰ ৰ ৰ ·এটা আছে নামৰ আগত। ওঁ ৰৱতীয়া মানুহ, মূৰত ৰঙা কাপোৰ মৰা।"

দোকানীয়ে কৌতুকেৰে ভৰা অথচ শব্দহীন, দীঘলীয়া হাঁহি এটা মুখত লৈ তিনিওলৈ চালে।

তিনিও কৌতুহলেৰে একেলগে দোকানীৰ মুখলৈ চাই ৰ'ল।

"ছিঃ ছিঃ···এঃ, মোৰে দেখোন কাণ্ডখান! আপোনালোকৰ

আগে আগে মন্দা, চেনি দি গ'ল। বনমালী দাস নহয়? আগতেও মাজে মাজে দিয়ে।"

"বজ্জাত, জুৱাচোৰ, চাবিশ বিছ ক'ৰবাৰ"—হৰেন্দ্ৰই দাঁত কৰচিলে।

ইউচুফৰ খং উঠিল। "তাক গালি পাৰিছ কেলৈ সিতো আমাৰে দোস্ত।"

হৰেন্দ্ৰই আঁউজি বহি ল'লে।

দোকানী আকৌ কাষ্ট'মাৰৰ ওচৰলৈ ঘূৰি গ'ল।

প্ৰমোদে চিঞৰি বয়ক মাতিলে, "এই বয়, লৈ আহ আমৃতি, লালমোহন, ৰস-কদম্ব।" তাৰ পিছত সকৰ্কৈ ক'লে, "আজি ভাগৱতীৰ শ্ৰাদ্ধকে খাওঁ।" তিনিও উৎফুল্ল হৈ নিঃশব্দে হাঁহিলে।

অলপ পিছত বয়ে তিনি প্লেট মিঠাই সজাই আনি দিলেহি।

সিহঁত নতুন উদ্যমেৰে খোৱাত লাগিল। দুনিয়াত সিহঁতৰ দোস্ত বন্ধুও আছে, সিহঁতে একো বেয়া কাম কৰা নাই, এইটোৱে সিহঁতৰ নতুন উত্তম, আনন্দৰ কাৰণ।

হঠাৎ দোকানীজন ধুমুহাৰ দৰে সোমাই আহিল। দোকানীৰ মুখ দেখি তিনিওৰো গিলিবলৈ ধৰা ৰস-কদম্ব তিনিটাই ডিঙিত লাগি ধৰিলে। যেন ভাগৱতীৰ প্ৰেতাত্মাই দোকানীক লম্ভিলে।

দোকানীয়ে মুখেৰে কিবা-কিবি কথা কৈছিল, কিন্তু এটা শব্দও শব্দৰ আকাৰ লৈ বাহিৰ ওলোৱা নাই, মাত্ৰ মাত-ভগা মানুহৰ দৰে ফিচ্‌ফিচ্‌ শব্দ এটা হৈছে। আৰু ভবিহাল একেঠাইতে ৰাখি দেহৰ বাকী অংশই জঁপিয়াই ফুৰিছে, হাত দুখনে বিভিন্ন মুদ্ৰা দি গৈছে।

কিবা এটা নিশ্চয় ঘটিছে, প্ৰমোদে থিয় হৈ খাপ্‌ মাৰি দোকানীক ধৰি শান্ত কৰিবলৈ চেষ্টা কৰিলে।

এবাৰ সেহোৱাৰ দৰে শব্দ এটা উচ্চাৰিত হ'ল—

"ভাগৱতী।"

"মানে?"—তিনিওৰে মুখৰপৰা ৰস-কদম্ব তিনিটা ওলাই লৰ

মাৰিলে। "মানে ?"—তিনিও জঁাপ মাৰি থিয় হ'ল। দোকানীয়ে আকৌ হাত-মুখ জোকাৰি ছুৱাৰখন জপাই থপ্ জপ্‌কৈ টেবুলৰ চুকত খুন্দা এটা মাৰি ওলাই গ'ল।

বাহিৰত গলগলীয়া মাত এটা শুনিলে তিনিওটাই :

"ক'তাহে ধনঞ্জয়, লালমোহন, ৰস-কদম্ব আছে নে নাই ? এইবাৰ এক ভাবিথে আহিব নোৱাৰিলোঁ। অলপ বিপদ হ'ল।"

"হয় চাৰ, আহক চাৰ, বহক চাৰ, আপোনাৰ চাৰ কিবা অসুখ হৈছিল বুলি শুনিছিলোঁ।"

"অসুখ মোৰ নহয়, বংশৰ এজনৰ, তেওঁ ঢুকাল, বহুদিন ভুগি আছিল। কালি তিলনি গ'ল। ক'তা ভাল মিঠাই আছে নে নাই ? আজিহে পেজন নিবলৈ আহিলোঁ।"

"একদম ভাট্‌কা চাৰ, কালি ৰাতি নতুনকৈ বনোৱা, প্ৰত্যেকৰে এক কেজিকৈ দিম নে চাৰ ?"

---

## ॥ হাৰাই বেনাৰচী চাদৰ ॥

চাৰি-আলিৰ চুকত থকা পাণৰ দোকানখনৰ সন্মুখত থিয় হৈ সিহঁতে তামোল, বিড়ি, চিগাৰেট কিনি কথা পতাত লাগিল। সেই-খিনিতে থিয় দিলে পশ্চিমফালে যোৱা ৰাস্তাটোৰ কাষৰ প্ৰায় আটাইকেইখন দোকানেই ভালদৰে চকুত পৰে। পূজাৰ বজাৰ আৰম্ভ হৈছে, গতিকে দোকানবিলাকত নতুন নতুন ডিজাইনৰ কাপোৰ আৰু গ্ৰাহকৰ সমাৱেশ হৈছে। পূজাৰ সময়ত চাকৰিয়ালৰ হাতলৈ দুপইচা আহে, পূজাৰ বোনাচ বা দৰমহাৰ আগধন, কিবা নহয় কিবা এটা পায়। গতিকে এই কেইটা দিনতে সিহঁতবো দুপইচা ঘটাৰ সুযোগ আছে।

সিহঁতৰ মাজৰ লীডাৰ গোপাল বোলাটোৰ হাতত এখন নতুন চাইকেল। আগত এটা প্লাষ্টিকৰ ধুনীয়া বাস্কেট, চেডেলখনত বঙা ক'ভাৰ এটা।

লগৰ বদন বোলাটোৰ এবাৰ উঠিবৰ মন গ'ল। সি চাইকেলখন হাতত্ত্বাই চালে আৰু এপাক উঠি অহাৰ ইচ্ছা প্ৰকাশ কৰিলে।

গোপালৰ একো আপত্তি নাই, বন্ধুৰ চাইকেলত বন্ধু উঠিবই। অৱশ্যে ল'ব লগা সাৱধানতাৰ বিষয়ে উপদেশ দিলে। "কিন্তু সাৱধান, কোনোবা দোকানত সোমাব লগা হ'লে বা ক'ৰবাত ৰাখিব লগা হ'লে ভলা মাৰিবলৈ নাপাহৰিবি। আজি-কালি বাটে-ঘাটে নতুন চাইকেল চোৰ।"

"ক'তো নাৰাখোঁ, বাটে বাটে যাম আৰু আহিম, এনেয়ে এপাক চলোৱাৰ চখ।" লগে লগে বদনে জাক দিলেই। সি দোকান-বিলাকৰ আগে আগে লাহে লাহে চাইকেল চলাই আগবাঢ়িল।

যোগেন আৰু ভদ্ৰকান্ত—লগৰ দুজন লগৰীয়াৰ সৈতে গোপাল লাহে লাহে বদনে চাইকেল লৈ গৈ থকা বাটটৰেই আগবাঢ়িল।

কাপোৰৰ দোকানখিলাকত মানুহৰ সংখ্যা ক্ৰমাত বাঢ়ি আহিছে। সন্ধিয়াৰ লগে লগে নিয়ন লাইটবোৰ জ্বলি উঠিল, আৰু শ্ব'-কেচবোৰত নতুন নতুন ডিজাইনৰ কাপোৰে চকু-চাত মাৰি দিয়াকৈ ভিৰ্‌বিৰাবলৈ ধৰিলে। কাপোৰৰ দোকানত কাপোৰ কিনিবলৈ অহা ভিৰোভা মানুহবোৰক চাই গোপালৰ বৰ ভাল লাগে। নানা ধৰণৰ, নানা বৰণৰ ভিৰোভা মানুহ। নানা ৰঙৰ কাপোৰ পিন্ধি একোজনা 'মডেল'ৰ দৰেহে আছে। বন্ধু দুজনক আগবাঢ়ি যাবলৈ ইঙ্গিত দি সি জনসমাগম বেছি থকা ডাঙৰ কপোৰৰ দোকান এখনত সোমাল।

এজন ভদ্ৰলোক এখন নতুন চাইকেলত উঠি আহি দোকানৰ সন্মুখত ৰ'ল। চাইকেলখন নিয়ন লাইটৰ পোহৰত ফুলজাৰিৰ দৰে ভিৰ্‌বিৰাবলৈ ধৰিলে। বোধহয় কিনা এসপ্তাহ-দুসপ্তাহমানহে হ'ব। মানুহজন চকল ডেকা নহ'লেও বয়স দুকুৰিৰ ওপৰ নহ'ব। হ'লেও গোমোঠা ৰঙৰ ধুতী আৰু দীঘল পাঞ্জাবীৰে মানুহজনৰ সাজটোৰ লগত চাইকেলখন মিলা নাই, আদহীয়া দৰাৰ কোমল কইনা বা দ্বিতীয় পক্ষৰ তৰুণী ভাৰ্য্যাৰ দৰে লাগে, নতুন চিক্‌চিকীয়া চাইকেলত অধলা মানুহ উঠা দেখিলেই তাৰ বৰ আক্‌চোচ্‌ আহে। চিকুণ মুখৰ, ড্ৰেইন পাইপ পিন্ধা, ওঁঠত মিহি গোঁফ ৰখা অভৰঙীয়া ডেকাৰ হাতভৰে এনে চাইকেল পৰিব লাগে।

ভদ্ৰলোকজনক সি কেবাছিকৈ চাই থাকিল। বৰ যত্নেৰে চাইকেলখন ষ্টেণ্ডডালত থিয় কৰাই তলাটো মাৰি মানুহজন দোকানৰ ভিতৰলৈ সোমাই আহিল। তেওঁ অৱশ্যে গোপালক চোৱা নাই।

দোকানৰ চেল্‌চ্‌মেন ল'ৰা এটাই 'আহক আহক, বহক, বহক, কি লাগে কওক' বুলি মানুহজনক দৰা আদৰাদি নি বহুৱালে। মানুহৰ সমাগম বেছি হ'লেও কাউণ্টাৰত থিয় হৈ কাপোৰ চোৱা মানুহৰ সংখ্যাই বেছি, গতিকে দুই-এখন চকী তেতিয়াও খালী আছিল।

"ছাম্বাই যানাবচী নে কি তেনে কিবা চাদৰ আছে নে?" মানুহ-জনে বহাৰ লগে লগেই সুধিলে।

"নিশ্চয়, নিশ্চয়, কিয় নহ'ব। বহকচোন, কিমান লাগে দেখুৱাই

থাকিম”—চেলচ্‌মেনজনে চাদৰ থকা দীঘলীয়া কাগজৰ বাকচ এটা আনি ধুমুহ কৰে পেলালে।

“বহুল পুতলৰ বিচনা-চাদৰ এখনো লাগে পালেঙৰ জোখৰ। অলপ লৰালৰি কৰক, মোৰ অলপ দূৰৈৰ বাট, টাউনত কাম আছিল, পলম হৈ গৈছে।”

“এই হৈ যাব, একো দেৰি নহয়।”—চেলচ্‌মেনজনে কাপোৰ দেখুৱাত লাগিল।

গোপালে এবাৰ মানুহজনলৈ আৰু এবাৰ উৎকণ্ঠাৰে দোকানৰ মুখৰ ফুটপাথলৈ চাই থাকিল। এবাৰ ডিঙিটো পৰিষ্কাৰ কৰাৰ উদ্দেশ্যেৰে বাহিৰ ওলাল।

ঠিক সময়তে সিফালৰপৰা বদন আহি দোকানৰ সম্মুখত ৰ'লহি।

“এয়া গোপাল তোৰ চাইকেল, ক'ত ৰাখোঁ?”

“সেইখিনিতেই থৈ দে। সেই চাইকেলখনৰ কাষতে”—বুলি অলপ ওচৰ চাপি সকশে কিবা এটা ক'লে, আৰু চাইকেলখনত তলা লগাই চাবিটো জেপত সুমুৱালে।

চাইকেল থৈ বদন আঁতৰিল আৰু গোপাল ভিতৰ সোমাই এইবাৰ মানুহজনৰ কাষত থিয় দিলে। চেলচ্‌মেনজনে মূৰ তুলি চাই বহিবলৈ দিবলৈ চকী খালী নেদেখি অলপ অপ্ৰস্তুতভাৱে ক'লে, “আপোনাক কি লাগিব, বহিবলৈ চকীয়ে নাই।”

“নাই নাই নবহোঁ, চাদৰ এখন চাব খোজোঁ, নতুন ডিজাইনৰ কিবা চাদৰ আছে নে?”

ভদ্ৰলোকজনে গোপালৰ মুখলৈ চালে। চিনি নাপালে যদিও ক'লে, “এৰা মোকো এখন চাদৰ লাগে, কিবা হাম্বাই বেনাৰচী। এতিয়া কোনখন নিম, পচন্দ হয় নে নহয় তাকো ভাবিছোঁ।”

“চাওকচোন বাৰু, তেওঁলোকে কিমান চাব খোজে দেখুৱাব লাগিব।”

“ওঁ, আমি যিমান চাব খোজো সিমান দেখুৱাব”—চেলচ্‌মেনজনে হাঁহি হাঁহি ক'লে।

"সেই কাৰণেইতো মাৰোৱাৰীয়ে ইমান বেপাৰ বহলাব পাৰিছে অসমত। অসমীয়া দোকান নায়েই, যি দুই-এখন আছে সিইঁতৰ ভেম চাব কি। কিবা এটা দেখুৱাবলৈ ক'লেই চেলচ্‌মেনৰ খং উঠে।"

"হয়, হয় ঠিকেই কৈছে"—গোপালে উৎসাহেৰে শলাগিলে আৰু নিজৰ কাপোৰ চোৱাৰ ছলতে মানুহজনৰ হাতাই বানাৰচী চাদৰ এখনো বাছিবলৈ ধৰিলে।

দুই-তিনিটা বাকচ চালে। কোনোখনৰ জমিন ভাল, কিন্তু ডিজাইনটো চকুত লগা নহয়। কোনোখনৰ ডিজাইন ধুনীয়া, কিন্তু দামটো বেছি। অন্ততঃ গোপালে বেছি বুলি ভাবে। মানুহজনে দামলৈ মূৰ ঘমোৱা নাই, মালটো পচন্দৰ লাগে।

বোধহয় মানুহজনে মৰাপাট বা টাইচুং ধানত বেছ দুপইচা পাইছে, নহ'লে নতুন চাদৰ, নতুন চাইকেল কিনিব কিয়? গোপালে ভাবি গ'ল।

আৰু দুগৰাকীমান মহিলা সোমাই আহিল। ভদ্ৰলোকজনৰ ওচৰতে বহি থকা এজন ভদ্ৰলোক থিয় হ'ল, তেওঁৰ বস্তু লোৱা হৈছিল। মহিলা দুগৰাকী একেখন চকীতে হেঁচা-হেঁচিকৈ বহিল আৰু পোনে পোনে চাদৰ এখন তুলি ল'লে।

ভদ্ৰলোকজনে চিনাকি হোৱাৰ সুবিধা পাই ক'লে, "মোকো এখন চাই দিয়কচোন, অথনিৰপৰা কোনখন ল'ম থিৰাং কৰিবই পৰা নাই।"

গোপালে এই সুযোগতে ক'লে, "হয়, তেখেতক এখন চাই দিয়ক, মই নিনিওঁ চাদৰ, ৰুক্‌ এটাহে চাওঁগৈ।" সি ওচৰৰ আন এটা কাউণ্টাৰলৈ গ'ল।

নতুন নতুন পৰিয়াল সোমাই আহিছে, কোনোৰ পুৰুষজনৰ হাতত ধুনীয়া কেঁচুৱা, কোনোৰ লগত দুই-তিনিটা ল'ৰা-ছোৱালী। আদহীয়া তিৰোতা কোনো গৰাকীয়ে বঙীন শাড়ী পিন্ধি মূৰত আধা ইকিমান পাউডাৰ সানি আহিছে, আৰু গলধন ওলোৱা ব্লাউজ পিন্ধিছে। খোপাটোও কেনিবা টাইলত বন্ধা। কিমানেই বয়স বাচি আহিছে,

সিয়ানেই এই তিৰোতাবিলাকে নিজকে গাভৰু কৰি সজাবলৈ আপ্ৰাণ চেষ্টা কৰিছে। গোপালে নিজে নিজেই আমোদ উপভোগ কৰে। বদন ওচৰত থকা হ'লে ফুচফুচাই তাক ক'ব পাৰিলেহেঁতেন। বদনে ইয়ান সময় নিশ্চয় কাম হাঁচিল কৰিলে। হাৰাই চাদৰ কিনা ভদ্ৰলোকৰ চাইকেল গৈ নিশ্চয় টাউনৰ বাহিৰ হৈছে।

সি দেখিলে ভদ্ৰলোকজনে কাপোৰৰ টোপোলা লৈ যাবলৈ থিয় হৈছে। সি লৰালৰিকৈ গেঞ্জি এটাকে কিনি টোপোলাটো হাতত লৈ ভদ্ৰলোকজনৰ গাৰ কাষেদিয়ে বাহিৰলৈ ওলাই আহিল।

"অ' আপুনি? কিনিলে নে হাৰাই চাদৰখন?" সি হঠাৎ লগ পোৱাৰ দৰে সুধিলে।

"ওঁ। কেৰজেৰ কৰি এখন কিনিলোঁ। আপুনি গ'ল বুলিহে ভাবিছিলোঁ"—তাক তুমি বুলিয়ে মাতিব পাৰে, বয়সৰ হিচাপত। তথাপি ভদ্ৰলোকজনে 'আপুনি' বুলিয়ে সম্বোধন কৰিলে।

"এই যাওঁ, বাতিও হ'ল, কাইলৈহে চাদৰ কিনিম।"

গোপালে আগবাঢ়ি গৈ তাৰ চাইকেলখনৰ চাবিটো খুলিবলৈ চেষ্টা কৰিলে। মানুহজনো লগে লগে সেই চাইকেলখনৰ ওচৰলৈকে গৈছিল, তাৰ পাছত নিজৰে কিবা এটা ভুল হোৱা যেন ভাবি ওচৰত থকা আনবিলাক চাইকেলৰ ওচৰলৈ গ'ল। চাবিওফালে অসংখ্য চাইকেল, দুখন-তিনিখন একেলগে আছে। নাই, তেওঁ এইখিনিতেই থৈছিল।

গোপালে যেন একো বুজা নাই, এনে ভাবিয়ে চাইকেলখন লাহে লাহে বাটৰ মুখ কৰি ল'লে। তাৰ পাছত যেন হঠাৎ সুধিলে, "কি হ'ল আপুনি নাযায় নেকি?"

"ৰ'বচোন। বিপদ এটাই হ'ল যেন পাওঁ।"

"কিয়? কি হ'ল?"

"মোৰ চাইকেলখন কোনখিনিত থৈছিলোঁ, এইখিনিতে থোৱা যেন মনত পৰে, আপোনাৰখনৰ ওচৰতে।"

"কিমান চাইকেল আহিছে, থৈছে। আন চাইকেলৰ আঁৰত

থাকিব পাৰে”—গোপালে সহজভাৱে ক'লে যদিও তাৰ চাইকেলখন আকৌ আগৰ ঠাইত থৈ তলামাৰি মানুহজনৰ চাইকেল বিচৰাত লাগিল। তাৰ পেণ্টৰ জেপৰপৰা টৰ্চ এটা উলিয়াই ওচৰৰ চাইকেল-বিলাক চালে।

“নতুন নে পুৰণা চাইকেল?”

“নতুন, দুসপ্তাহেই হোৱা নাই। সৰু ভাইটো স্কুললৈ যায়, সি পাঁচ কিলোমিটাৰমান আঁতৰৰ হাইস্কুল এখনত পঢ়ে। যোৱাবাৰ গুড়ৰ টিন বেচি পইচা কেইটামান পাইছিলোঁ, তাৰে খোজকাঢ়ি দুখ পৰে, ভাবিলোঁ চাইকেল এখন লাগে। চিত্ৰৰ দোকানৰপৰা নগদ আঠশ আশী টকা দি কিনিলোঁ।”

“একেবাৰে নতুন চাইকেল”—গোপাল আচৰিত হৈ চিত্ৰবাৰ দৰে ক'লে, “নম্বৰটো মনত আছে নে নাই?”

“নম্বৰ? চাইকেলৰ আকৌ নম্বৰ থাকে নেকি? নাজানো।”

“নম্বৰ থাকে। চেডেলৰ তলত, থিয় পাইপ্‌ডালত কোম্পানীৰ নম্বৰ থাকে। তলা মাৰিছিল নে নাই?”

“তলা মৰা। চাইকেলৰ লগতে তলাটো কিনিছোঁ।”

ইতিমধ্যে মানুহবিলাকৰ মাজত মৃদু কলৰৱ এটাৰ সৃষ্টি হ'ল। দোকানৰ বাৰাণ্ডাত চিলাই-কল লৈ বহি থকা দৰ্জী কেইটায়ো চিলাই এৰি চাইকেল বিচৰাত লাগিল। দোকানৰ চেলচ্‌মেন দুটামান, মুনিবজন আৰু পুৰুষ গ্ৰাহক কিছুমানো ওলাই ওচৰ পালেহি। বাটেদি যোৱা মানুহবোৰেও জুম বান্ধিলে।

গোপালে ধৈৰ্য্যেৰে প্ৰত্যেকখন চাইকেলত টৰ্চ মাৰি চাই গ'ল আৰু লগে লগে ভদ্ৰলোকজনেও দীঘল উশাহ লৈ 'এহোঁ,' 'নহয়,' 'ইয়াতকৈও নতুন' আদি শব্দ কৈ বাৰলৈ ধৰিলে। তিৰোতা মানুহ-বোৰে 'ইছ্‌ ইছ্‌' কৰি সমবেদনা জনালে।

জমটোৰ কোনোবা এজনে চিঞৰি উপদেশ দিলে, “পুলিচত এজাহাৰ দি থওক।”

কোনোবা এজনে প্ৰতিবাদ কৰি চিঞৰি উঠিল, “ধুৎ, পুলিচ,

পুলিচে কি কৰিব? এই মানুহ ভিতৰতে টাউনত ৮/১০ খন চাইকেল চুৰি হৈছে। পুলিচে উলিয়াব পাৰিব নে? আজি-কালি পুলিচো চোৰৰ লগত থাকেহে।"

"গুণ্ডা মাৰা পুলিচ।"

মানুহজনে গোপালৰ লগে লগে চাইকেলবিলাক চাই চাই এবাৰ কৈ উঠিল, "উস্ উস্, হাৱাই বানাৰচী। এই বানাৰচীয়ে আজি মোক মাৰ্থাত মাৰি গ'ল। হেৰ, উদৰ সাতপুৰুষ মৰি গ'ল কেঁচা মাছ খাওঁতে, আজি-কালি হাৱাই বানাৰচী পিন্ধা হ'ল।"

ভদ্ৰলোকজনে কথাখিনি সৰু সৰুকৈ কৈছিল, মাত্ৰ গোপালেহে শুনিছিল। তাৰ চকুলৈ ভাঁহি আহিল ১৩/১৪ বছৰীয়া হাইস্কুলত পঢ়া ছোৱালী এজনীৰ ছবি, নিশ্চয় ভদ্ৰলোকৰ ডাঙৰ জীয়েক হ'ব। নিশ্চয় মোমায়েক বা দদায়েক বা কাৰোবাৰ বিয়া হ'ব, আৰু সেই বিয়ালৈ পিন্ধি যাবলৈ তাই হাৱাই বানাৰচী চাদৰ কিনাইছে। চাইকেলৰ বেপাৰ কৰি কৰি হাৱাই বানাৰচী চাদৰ পিন্ধা গাভৰু ছোৱালী এজনীৰ কল্পনা কৰিবলৈ পাহৰি পেলালে সি। অথচ তাৰ বয়সৰ ল'ৰাই কলেজত পঢ়িছে, সৰস্বতী পূজাত কলেজৰ ছোৱালীৰ লগত থিয়েটাৰ কৰিছে, সিও 'এইটতে' তিনি বছৰ ফেল নকৰা হ'লে ইমান দিনে কলেজ পালেগৈহেঁতেন, হাৱাই বানাৰচী পিন্ধা ছোৱালী এজনীক লৈ নাটক লিখিলেহেঁতেন, থিয়েটাৰ কৰিলেহেঁতেন, নভেল লিখিলেহেঁতেন। এতিয়া যদি সি চাইকেলখন দিও আহেগৈ, সেই হাৱাই বানাৰচীপিন্ধা ছোৱালী এজনীক তাৰ নিচিনা অকৰ্ম্মণ্য, ফেল-মাৰ্কা এটালৈ বিয়া দিব নে? মৰি মৰি জনম ধৰিব লাগিব। অৱশ্যে ছোৱালীজনী গুলাই তাক এখন তাযোল, একাপ চাহ দিব, অলপমান হাঁহিব, কোন ক্লাছত পঢ়া বুলি সি এবাৰ সুধিব কেনেকৈ সুধিব যেৎ,—সি মুখলৈনো চাব কেনেকৈ? সিহঁতে আতৰৰপৰা ছোৱালীক টিট্‌কাৰী দিয়ে বা চায়, কিন্তু কাৰো সন্মুখত তেনেকৈ থিয় হৈ পোৱা নাই। বৰ লাজ লাগি গ'ল তাৰ। হঠাৎ ভদ্ৰলোকজনৰ মুখলৈ চাই কৈ উঠিল, "ঠিক আছে, আপুনি

যাওক, আজি কাইলৈ আপোনাৰ 'হাৱাই-চাইকেল'ৰ খবৰ কৰিম।"

"আঁ—মানে"—ভদ্ৰলোকজনে অলপ আশ্বাস পাই উৎসাহ পাইছিল যদিও 'হাৱাই-চাইকেল'ৰ নামত সকলো উৎসাহ দমি গ'ল।

গোপালে জিভা কামুৰি ধৰিলে। সি যেন গোটেই মানুহটো মূৰৰপৰা ভৰিলৈ দৈ হৈ গ'ল।

"মানে আপোনাৰ চাইকেল, আপোনাৰ নাম-ঠিকনাটো দিয়ক। মোৰ টাউনত বন্ধু আছে, সিহঁতক চাইকেল-দোকানত চকু ৰাখিবলৈ ক'ম। আপোনাৰ যোৱাৰ সুবিধা নাথাকিলে মোৰ চাইকেলখনকে লৈ যাব পাৰে, মই কাইলৈ লৈ আহিমগৈ।"

"চাৰি কিলোমিটাৰমানেই দূৰ হ'ব। ভাবিছিলোঁ নতুন চাইকেল, পকা ৰাস্তা, জোনাক ৰাতি, গৈ থাকিম ফুৰ্‌ফুৰকৈ। আপুনি যদি সেইকণ দয়া কৰে বৰ ভাল হয়। প্ৰথমেই চাইকেল নোহোৱাকৈ সুদাহাতে যোৱা দেখিলেই ঘৰৰ সকলোৱে মুখাফুট্ দিব। আজি ঘৰত ভাত-পানী গ'ল। বৰ কষ্টৰ ধনেৰে ঘটা চাইকেল।"

"কষ্টৰ ধন হেৰাব নোৱাৰে, চাইকেল পাবই লাগিব। নহ'লে সংসাৰত ধৰ্ম নাই।"—এজন আদহীয়া মানুহে মন্তব্য কৰিলে।

"সময়টো ঠিক ৰাখি ভাগৱতীৰ ভাত চোৱালেও কৈ দিব পাৰিব, কেনেকুৱা মানুহে নিছে, কেনি নিছে, পাব নে নাপায়।"—এগৰাকী আদহীয়া মহিলাই কৈ উঠিল।

ভদ্ৰলোকজনে নিজৰ নাম-ঠিকনা দিলে গোপালক, "হৰেশ্বৰ গায়ন, গায়নৰবা চুবুৰি, তিনিআলি,—চিধা গৈ তিনিআলিতে নামি গায়নৰ ঘৰ কোনটো বুলিলেই যেয়ে-সেয়ে ক'ব।"—বুলি গোপালৰ হাতৰপৰা চাইকেলখন লৈ ক'লে "আপোনাৰ উপকাৰ পাহৰিব নোৱাৰিম।"

"মোক 'আপুনি' বুলি সম্বোধন নকৰিব," গোপালে সেমেনা-সেমেনিকৈ মানুহৰ ভুমৰপৰা আঁতৰ হৈ আহি ক'লে। তাৰ চকুৰ আগেদি হাৱাই বানাৰচী পিন্ধা ভদ্ৰলোকৰ পাট-পাতক বা ন-পাতক জীয়েকজনী পাৰ হৈ গ'ল। লগে লগে কিবা এটা বেদনা আৰু যন্ত্ৰণাত তাৰ চকু দুটা মুহূৰ্তলৈ জাপ খাই গ'ল।

"হয় নে, বাৰু বাৰু। হুওঁতে তুমি মোৰ সৰু ভাইটোৰে ঘুৰীয়া হ'বা"—মানুহজনে চাইকেল লৈ আগবাঢ়িল।

মদন আৰু লগৰীয়াহঁতৰ লগত নিৰ্দিষ্ট স্থানত গোপাল গৈ লগ লাগিল। চাইকেল সিহঁতে যথাস্থানত থৈ আহিছে, অৰ্থাৎ আওহতীয়া ঠাইৰ প্ৰায় শুকান পুখুৰী এটাৰ ভিতৰত জাবৰ, পানী-মেটেকা আদিৰে ঢাকি থৈ আহিছে। সিহঁতে আগতেও তাতে ৰাখে আৰু পুলিচ বা আন কোনো বেটাৰ তাগজ্ নাই যে সেই ঠাইত বিচাৰি উলিয়াব বা সন্দেহ কৰে। ওচৰতে এঘৰ মিঞা মানুহ থাকে, মিঞাটোকো টকা দি হাত কৰি থোৱা আছে।

তেতিয়া ৰাতি ন মান বাজিছিল। সিহঁতে চাহ-দোকান এখনত বহিলগৈ। গ্ৰাহক তেতিয়া নাথাকে আৰু দোকানীয়ে এচটা এচটাকৈ কাঠৰ তক্তা দি দুৱাৰ জপাবলৈ আৰম্ভ কৰিছে।

"চাহ পাম নে?"

"নিশ্চয, নিশ্চয। এই চাহ দে চাৰি কাপ।"

সিহঁত এচুকৰ টেবুল এখনৰ চাৰিওকাষে বহিল।

"ডই কোনখিনি সময়ত গ'লি মযেই ধৰিব নোৱাৰিলোঁ।" গোপালে বদনলৈ চাই সুধিলে।

"লগে লগেই চাইকেলখন তোক চমজালোঁ, দেখিলোঁ কোনো মানুহে লক্ষ্য কৰা নাই সকলো নিজ নিজ কামত ব্যস্ত। গতিকে অলপ গৈয়ে আকৌ উভতি আহিলোঁ, ডাঙৰকৈ ক'লোঁ, ছেঃ, বস্তু এটা পাহৰি আহিলোঁ, আকৌ আনিছোঁ অ' চাইকেল।"

"মোৰ নামটোও চিঞৰি দিছিলি নেকি?"

"মূৰ্খ পাইছ নে? সিমান মূৰ্খ নাপাবি মোক। তাৰ পিছত আচল চাবি মোৰ হাতত আছেই, লাহে লাহে চাইকেলৰ তলাটো খুলিলোঁ। অডিনাৰী লক লগাইছে ভদ্ৰলোকে। দুই-এক পেঁচতে খুলি গ'ল। তাৰ পাছত লাহে লাহে, আৰামেৰে চাইকেল চলাই গুচি আহিলোঁ। গিৰিহঁতজন ওলাই অহা হ'লে ক'লোহেঁতেন, তোৰখন বুলি আনিছিলোঁ, আৰু সমৰ্থন দিবলৈ তইতো আছই।"

চাহ খাই দলটো বাহিৰ ওলাল। হঠাৎ-লগৰ এটাই সুধিলে, "কিন্তু তোৰ চাইকেলখন কি কৰিলি ?"

"মামুহজনক দিলোঁ। হৰেশ্বৰ গায়ন বৰা। হাৱাই বানাৰচী চাদৰ এখন কিনিছিল মামুহজনে।"

"হাৱাই বানাৰচী কিনিলেই চাইকেল পায় নে মামুহজনে ?" বদন আৰু লগৰটোৱে একেলগে সুধিলে।

"মুঠতে আজিৰ চিকাৰ ফান্দত নপৰিল। ফান্দত পৰিলোঁ মইহে। কথা-বতৰাত মামুহজনৰ লগত আমাৰ সম্পৰ্ক ওলাল। দেউতা জীযাই থাকোঁতে খুব বন্ধু আছিল। এতিয়া, কাইলৈ চাইকেলখন দি আহিব লাগিব।"

"কাইলৈ ? কেনেকৈ ? ক'ত পালি, ক'ত থৈছিল, এইবিলাক প্ৰশ্নৰ উত্তৰ কেনেকৈ দিবি ?"

"মই কৈ দিছোঁ, টাউনত মোৰ বন্ধু আছে, সিহঁতে আগতেও চাইকেল উলিয়াই দিছে দুখনমান। সিহঁতে উলিয়াব পাৰিব।"

"কিন্তু একে ৰাতিৰ ভিতৰতে কেনেকৈ পোৱা বুলি ক'বি ? আৰু ক'ত পালে, কেনেকৈ পালে, এইবিলাক জানো নুসুধিব ?"

সঁচাকৈয়ে সমস্যা। জটিল সমস্যা। হাৱাই বানাৰচীখনে ভাব আগত খচ্‌মচ্‌ কৰিবলৈ ধৰিলে। "সঁচাই সমস্যা। বস্তু চুৰ কৰা সহজ, ঘূৰাই দিয়াহে টান।"—চিন্তিতভাৱে গোপালে কৈ উঠিল।

সমস্যাৰ সমাধান বিচাৰি তিনিও নীৰৱ হৈ আগবাঢ়িল।

"ধৰ, ক'লোঁ যে হঠাৎ চাহ-দোকানত চাহ খাবলৈ যাওঁতে চাইকেলখন দেখিলোঁ। আমি ওচৰতে থিয় হৈ থাকিলোঁ এই নতুন চাইকেলখন কোনে নিয়ে চাবলৈ। আমাক থিয় হৈ থকা দেখি চোৰটোৱে যে তেওঁ অনা চাইকেল নহয়েই, এনে ভাব দেখুৱাই গুচি গ'ল। গিৰিহঁত নোলাল, আমিও হুলস্থুল নকৰি আমাৰ চাইকেল বুলি লৈ আহিলোঁ।"

"ভাবি চা। চোৰে চুৰ কৰি চাহ খাবলৈ যাব নে ? বিশ্বাস কৰিব নে ?"

"অনুবং কৰিব। থাটি চোৰে দিন দুপৰতে চুৰি চাইকেল লৈ টইলি মুৰিব। অলপ ধতুৰাবিলাককেহে পলাবলৈ চাব। আজি-কালি হাতে হাতে নতুন চাইকেল।"

"নাইবা এনেকৈ ক'ব নোৱাৰি নে ?—বন্ধুজনেৰে সৈতে বিচাৰি নৰ্দমা এটাত পুতি থোৱা পালোঁ। আগবৰাবতো তেনেকৈয়ে পাইছিল।"—বদনে এটা নতুন কৌশল ভাবি উলিয়ালে।

"অফকোৰ্চ্। কাৰণ, চাইকেলখনত বোকা লাগি থাকিব"— চতুৰ্থ বন্ধু ভদ্ৰকান্তই সমৰ্থন জনালে।

"কিন্তু তাৰ বাবেও তো এদিন সময় লাগিব। নহ'লে গৈযে ফট্‌কৰে বন্ধুটোৱে চাইকেলখন পাই গ'ল বুলিলে অতি হোজা মানুহটোৱেও তোৰ বন্ধুটোক সন্দেহ কৰিব।"—বদনে ক'লে।

"বন্ধুৰ নাম নকওঁ, অকলে যাম।"

"যদি কয় বন্ধুৰ দলটোক লৈ আহা, চাহ খুৱাই দিওঁ, ভাত খুৱাই দিওঁ বা তাক জোঁৱাই পাতিয়ে দিওঁ, হাৱাই বানাৰচী চাদৰ কিনিছে যেতিয়া কোনোবা এগৰাকী 'মেৰেজান' 'মেহমান' আছেই।"—বদানে ৰস লগালে।

"মেহমান্‌টো কি অ' ?"—ৰস পাই যোগেনে ক'লে।

"জানো হিন্দী ফিল্মত কয় নহয়।"

গোপালৰ অন্তৰত দপ্‌কৰে ঈৰ্ষাৰ জুই একুৰা জ্বলি উঠিল। হাৱাই চাদৰৰ মালিকনীৰ বিষয়ে কোনোবাই কিবা ক'লে সি ছুৰী বহুৱাই দিব পাৰে এই মুহূৰ্তত। তৎক্ষণাৎ ঘৃণা ওপজি গ'ল বদনৰ ওপৰত। সি যেন তাৰ মৰমৰ বস্তু এটা কাঢ়ি নিবলৈ ওলাইছে। তথাপি শান্তভাৱে ক'লে, "চাইকেল লৈ আহ, কাইলৈ গধূলি মই পৌছাই দিম।"

গোপালক সিহঁতে জানে। তাৰ লগত ধেমালি কৰিবলৈও ভয় কৰে। তৎক্ষণাৎ ছুৰী মাৰিব পাৰে।

গোটেই ৰাতি গোপাল বিচনাত ছট্‌ফটাই থাকিল। কি বুলি ক'লে স্বাভাৱিক আৰু বিশ্বাসযোগ্য হ'ব নিজে নিজে কেৰাবাবো

বিছাৰ্চেল কৰিলে। প্ৰত্যেক বাবতে খেলি-মেলি হৈ যায়, হাৱাই বানাবচী চাদৰ লোৱা ভেৰ-চৈধ্য বছৰীয়া, ক্লাচ এইটমানত পঢ়া ছোৱালী এজনীৰ মুগাৰ মেখেলা এখনৰ খচ্‌খচনি সি স্পষ্টকৈ শুনিবলৈ পায়। হাতত বটাটো লৈ মিচিক কৰে হাঁহি ভালৈ ভায়োলখন আগবঢ়াই দি কৈছে, 'আপুনি আমাৰ ডাঙৰ উপকাৰ কৰিলে। শুদা। কোন ক্লাছত পঢ়ে ?'

লগে লগে বেদনাত বুকুখন বিষাই উঠে। সি যদি ভালদৰে পঢ়া-শুনা কৰি গ'লহেঁতেন, আজি সি ক'ৰ পাবিলেহেঁতেন, ভালদৰে পঢ়া-শুনা কৰা, মেয়ো বি-এ টো পাছ কৰি লওঁ।'

একোবাৰ সি বিচনাত উঠি বহে। গোটেই ঘটনাটো সি ছোৱালী-জনীৰ ভৰিত ধৰি কৈ দিব, আৰু ক'ব, 'তুমি প্ৰেৰণা দিলে এই স্বভাব-বোৰ গুচাম, মই আকৌ পটি প্ৰাইভেটকৈ বি-এ পাছ কৰিম। আজি-কালি কতই ভেনেকৈ পাছ কৰে।' এই ঘটনাটো দুই-তিনি বছৰৰ আগতে ঘটা হ'লেও তাৰ জীৱনৰ সোঁত সলনি হ'লহেঁতেন।

এবাৰ উঠি সি বাহিৰলৈ গ'ল। নাই, বাত্তি পুৱাবলৈ বহুত বাকী। আগেয়ে ৯ বজালৈকে শুলেও তাৰ টোপনি নাভাগে, তৎক্ষণাৎ বাত্তিটো যায়। এতিয়া গোটেই দিনটো আছেই, বাত্তিটোৱে দুপুওৱা হ'ল।

পানী এঘটি খাই জোৰ কৰি চকু দুটা জপাই ধৰিলে গোপালে।

যাওঁ, নাযাওঁকৈ বাত্তিটো পুৱাল, খোঁৱাই খোঁৱাই দিনটোও গ'ল। দিনটোক নতুন চাইকেল এখন কিনি দিব পৰা হ'লে· সি গহীনকৈয়ে ভাবে।

যথাসময়ত চাইকেল আনি উপস্থিত কৰিলে বদনে। সি আকৌ এবাৰ মচি চিকচিকীয়া কৰিলে। চেদেল ক'ভাৰখন চাবোন দি ধুই শুকুৱালে। সন্ধিয়া সময়ত সি নানা চিন্তা-ভাবনা লৈ আগবাঢ়িল।

ঘৰখন উলিওৱাত বেছি সময় নালাগিল, কাৰণ ভদ্ৰলোক বাটৰ কাষত পদূলিৰ মুখত বৈ আছিল। গোপালে মানুহজনক আভাৰত

চিনিব নোৱাৰি গায়নৰ ঘৰ কোনটো বুলি সোধাৰ লগে লগে মানুহ-জনে জঁাপ মাৰি উঠিল।

"তুমি আহিলা ? পালা চাইকেল ? মোৰ মনটোৱে কৈ আছে ক'ত পালা, কেনেকৈ পালা ?"—মানুহজনে চাইকেলখন সাৱটি ধৰাৰ দৰে ধৰিলে, যেন চুমাকে খাব। তাৰ পাছত ভিতৰলৈ চাই চিঞৰিলে, "হেৰ সৰু মইনা, হেৰ কোন আছ, চাইকেল পালোঁ।" তাৰ পাছত আতোলতোলকৈ গোপালক লৈ গৈ ড্ৰয়িং ৰুমৰ চকী এখনত বহুৱালে। ভিতৰৰপৰা মহিলা এগৰাকী আৰু ল'ৰা-ছোৱালী কেইটা-মান ওলাই আহিল। মহিলাগৰাকীয়ে ভিতৰৰ দুৱাৰ-মুখত চুচুক্-চামাক কৰা দেখি মানুহজনে খঙৰ সুৰত ক'লে, "ওলাইনো নাহা কিয় ? আমাৰ ঘৰৰ ল'ৰাৰ নিচিনা। ভগৱানে মঙ্গল কৰক, সৎ কাম কৰিবলৈ দীৰ্ঘায়ু কৰক।

গোপালে সেপ ঢুকিলে।

"তামোল আনা, চাহ আনা।"

ঘৰখনত খদমদম লাগি পৰিল। ল'ৰা-ছোৱালী কেইটাই চাইকেলখন আগুৰি ধৰিলেগৈ।

"উস্ নক'ৰা আৰু, কালিৰপৰা তেওঁ পানী এটোপাকে খোৱা নাই, চাদৰখনকে খঙত পুৰিব খুজিছে।"

"এতিয়া খাবলৈ দিয়ক। চাদৰখন আপোনাৰ ছোৱালীক পিন্ধিবলৈ দিয়ক।"

"ছোৱালীয়ে চাদৰ পিন্ধিবৰ হোৱাই নাই। তিনিটা ল'ৰাৰ ভলৰ একেজনী ছোৱালী, তেনি বছৰেই হোৱা নাই। চাদৰখন আনিছে আত্মীয়েকৰ জীয়েকৰ বিয়াত উপহাৰ দিবলৈ। কোৱাচোন বাৰু, কেনেকৈ চাইকেলখন পালাগৈ ?"

———

## ॥ লাকুগোপালৰ প্ৰেম ॥

সেই তাহানিৰ সহপাঠী লাক। লাকুবা গোপাল বুলি মাতিছিলোঁ।।

কিমান দিনৰ মূৰত দেখা।

তাৰ আচল নামটোৱেই পাহৰি গ'লোঁ। লাক বা গোপাল উপনামহে। এতিয়া আচল নামটোৱেইবা সোধোঁ কেনেকৈ? ইন্‌চাল্ট কৰা হ'ব। হাইস্কুলৰ সহপাঠী লাকুৱা গোপালৰ আচল নামটো পিছৰ দীঘলীয়া বছৰবিলাকৰ নানান বন্ধু-বান্ধৱৰ নামৰ মাজত সোমাই এনেভাৱে খেলি-মেলি হৈ পৰিল যে তাক বাছি উলিওৱা টান হৈ গ'ল। অৱশ্যে লাক নামটো নাপাহৰোঁ। এই কাৰণেই যে বেলুনৰ দৰে গোল মুখখনত তাৰ সেই নামটো সাঁচত মাৰি থোৱাৰ দৰে আছে। চেলাউৰি দুটা ডাঠ আৰু ধেনুভিৰীয়া, গাল দুখনত বেলুনৰ কোমলতা আৰু উজ্জ্বলতা তাহানিৰ দৰেই আছে। বয়সে চেলাউৰি দুটাও পোন কৰা নাই, মুখখনো পুৱাৰ পিছত বেলুনৰ দৰে হোৱা নাই। মুখমণ্ডলৰ তুলনাত তাৰ মুখখন ঠেক হোৱাৰ কাৰণে কথা কম কয়, অৰ্থাৎ একেলগে কেইবাটাও শব্দ উলিয়াব লগা হ'লেই খোক-খোকাই থাকিব লাগে।

মেট্ৰিকত তিনিবাৰ লগাৰ দোষটো অন্তৰ, সাহিত্যত সি ভাল আছিল। তেতিয়াই এৰি অহা লাকক আজি দহ-বাৰ বছৰৰ মূৰত লগ পাই গ'লোঁ। আৱশ্যকীয় আদৰ-আপ্যায়নৰ পিছত সি নিজৰ বিষয়ে ক'লে। মেট্ৰিক পাছ কৰি শ্বিলঙৰ অফিচ এটাত সোমাইছিল। ৰাতিৰ কলেজত পঢ়ি বি এ পাছো কৰিলে। তাৰ পিছত খাটি-খুটি কিবা ফিল্ড্ পাব্লি'চিটি অফিচাৰ ধৰণৰ কম দৰমহাৰ চাকৰি এটা লৈ কেবাখনো চহৰ ঘূৰি এতিয়া ডিব্ৰুগড়ত আছিছে ট্ৰেন্স্‌ফাৰ হৈ।

মোৰ ঘৰ-গৃহস্থী হোৱা শুনি আনন্দ পালে। (পৰিয়াল মোৰ

লগত নাছিল ) বাকী তাহানিৰ লগৰীয়াবিলাকৰ খা-খবৰ ল'লে, আৰু মই জনাত সকলোৰে ঘৰ-সংসাৰ হোৱা বুলি কোৱাত এটা কৰুণ আনন্দ লাভ কৰিলে।

"তাৰ মানে, তোৰ বিয়া-বাৰু হোৱা নাই? মাজতে শুনিছিলোঁ, কোনে জানো কৈছিল, ক'ৰবাত বোলে লাভ্ মেৰেজ হৈছিল?"—মই কপালত আশ্চৰ্য্যবোধক চিহ্ন কিছুমানৰ সৃষ্টি কৰি সুধিলোঁ। এনেকৈ ব্লাফ্ দিলে কাৰো ধৰিবৰ সাধ্য নাই, মিছাকো সঁচা কৰিব পাৰি।

উত্তৰ দিবলৈ গৈ সি অলপ সময় মোলৈ বৈ চালে। বহল কপালখনত দুই-এটোপা ঘামৰ বিন্দু দেখা দিলে। তামোলে মুখত ধৰিবও পাৰে।

সি কম্রালেৰে কপালখন মচি সুধিলে, "সঁচাই শুনিছিলি? নে ব্লাফ্ দিছ?"

"তই ভাব নে মই তাহানিৰ দৰেই ব্লাফিষ্ট্ হৈ আছোঁ? এতিয়া ভদ্রলোক, চৰকাৰী পৰিসংখ্যা বিভাগৰ অফিচ এচিষ্টেণ্ট্। বিয়া-বাৰু কৰালোঁ। এতিয়াও মই ব্লাফ্ দিয়েই থাকিম নে?"—কথাখিনি কৈয়ে তাহানিৰ সৰু-সুৰা দুটামান কথা মনত পৰি যোৱাত পেটে পেটে হাঁহিলোঁ। মোৰ সঁচা কথাবিলাকো তেতিয়া কোনেও বিশ্বাস নকৰিছিল।

লাকৰে হঠাৎ মিচিকিয়াই হাঁহিলে। বোধহয় তাৰো মনত পৰি'ছল।

"তাহানিৰ কথা, নহয়?"

"উঁ উঁ, নহয় নহয়।"

"মানে তাহানিৰো, এতিয়াৰো।"

"মানে মই এতিয়া ব্লাফ্ দিছোঁ?"

"হয়তো দিয়া নাই। কিন্তু হাঁহি উঠিছে অন্ততঃ তই উগ্ৰ চোকা হৈয়ো হ'জি এটা কেৰাণীহে। মই অন্তত গাধা হৈয়ো এটা সঁচাই-মিছাই অফিচাৰেই হ'লোঁ দেখোন।"

"অন্তৰ বিশেষত্ব সেইটোৱেই। ইয়াত শূন্যটোৱেই তাওৰ কথা। সেয়ে কাৰো ভাগ্যত থাকো, কাৰো ভাগ্যত নোপাকে। তোৰ

লৌকালে পৰিল। মই আই এছ্.চি পাছ কৰিয়ে সুবিধা পাই চাকৰিতো লোৱালোঁ। আজি-কালি তাকো 'আপাপোনেঞ্জেন? কত বি এছ্.-চি., এম এছ্.-চি পৰি আছে।"

"অৱশ্যে সেইটোও কম সান্ত্বনা নহয়"—সি পাতল সুৰত কথাষাৰ কৈয়ে তৎক্ষণাৎ সুৰটো সলনি কৰি গহীন হৈ ক'লে,—"তথাপি তই—তইঁত জিকি গ'লি অসীম। অন্ততেই মই হাৰি গ'লোঁ।"

সেয়া, সি মোৰ নামটো পাহৰা নাই। কিন্তু তাৰ নামটো মনত পেলাবলৈ গৈ বিৰাট অস্বস্তিত সময়খিনি কটাব লগা হ'ল মোৰ।

"তই হাৰিলিহে? জিকিলোঁ মই? মোৰ ঔৎসুক্য বাঢ়ি গ'ল। হঠাৎ মনত খেলালে, তাৰ ঘৰ-সংসাৰৰ প্ৰশ্নটো ওলোই পৰিল। সুধিলোঁ—"তাৰ পিছত? নক'লি দেখোন? তোৰ ভেনেহ'লে সেইটো মিছা শুনিছিলোঁ?"

"মিছা নহয়, অলপ সঁচাই আছিল।"

ব্লাফ্.টো সত্য হোৱাৰ উপক্ৰম দেখি মোৰ আনন্দ বাঢ়ি গ'ল। ভগবানে ব্লাফিষ্টবিলাকক এনেদৰেই যুগে যুগে সহায় কৰি আহিছে।

"তাৰ মানে বিয়া নহ'লগৈ?"

সি মূৰ জোকাৰিলে। নহ'ল। অৱশভাৱে চকীখনত মূৰটো আউজাই সি ক'লে, "চিৰকুমাৰ হৈয়েই থাকিলোঁ। অৰ্থাৎ থাকিম বুলি প্ৰতিজ্ঞা কৰিলোঁ।"

ফাকুৱাৰ চেবেকাপানীৰ দৰে মোৰ মুখৰপৰা চেপা হাঁহি অলপমান চেবেক্.কৈ ওলাই গ'ল। তাহানি লাকৰে কোনোবা গল্প-উপন্যাসৰপৰা এনেকুৱা শব্দ বা বাক্য কিছুমান আনি বাটলু-গুটি মৰাদি ছুই-এটাকৈ মাৰি থাকে। আমি অবাক হৈ তাৰ মুখলৈ চাই থাকোঁ। এনেকুৱা ধুনীয়া শব্দবিলাক সাহিত্যত লগাই দিলে নিশ্চয় বুঢ়া মাষ্টৰ হাজৰিকা চাৰৰ হাতৰপৰা বহুত নম্বৰ পোৱা যায়—'তাৰ স্নায়ুবিলাক অৱসাদত ভাগৰি পৰে'—'চকুৰ পাহি দুটাত তন্দ্ৰা আহি আঙুলি বোলাই গ'ল'—'কাঞ্চনৰ এছাটি পানবীয়া বতাহে তাইৰ আকৰ্ষণ কঁপাই দি গ'ল'—এনে ধৰণৰ বাক্যবিলাকে আমাৰ দেহ-মন কঁপাই

দিছিল। তেনে বাক্য বা শব্দ থকা গল্প পালেই আমি বিচাৰি বিচাৰি পঢ়িছিলোঁ আৰু সেইবিলাক লিখকেই আছিল আমাৰ হিৰ'। খৰংখচ, গন্ধময় লিখকবিলাকক চকুপাৰি দেখিব নোৱাৰিছিলোঁ। এদিন সি অম্বৰ পালত বেঞ্চৰ ওপৰত এঘণ্টা থিয় হৈ থাকিও চকুত দাৰ্শনিকৰ ভাব লৈ আমাক কৈছিল—"মানুহে মদ খায় কিয় জান? কিবা পাহৰিবৰ কাৰণে।"

এমাহমানৰ পিছত কোনোবা এটাই 'আৱাহন'ৰ গল্প এটাত এই শাৰী দুটা পাই গ'ল।

'প্লেগিযাৰিজম' নতুনকৈ শিকা ইংৰাজী শব্দ এটা তাৰ বিৰুদ্ধে প্ৰয়োগ কৰিছিলোঁ। সি অৰ্থ বিচাৰি অভিধান ঘাটিব লগা হৈছিল। এদিন লেজাৰত মোক কৈছিল—"যিবিলাকে সাহিত্যিকে চোৰাই মালৰ সাহিত্য লিখে, তাকহে প্লেগিযাৰ—প্লেগিযাৰিষ্ট কয়। মই দেখোন সাহিত্যিকেই নহয়।"

"নহ'লেও কথাৰ মাজে মাজে যে সাহিত্য লগায়? লোকৰ গল্পৰ কথাবোৰ লগাই যায়?"—মই আত্মপক্ষ সমৰ্থনত কৈছিলোঁ।

"গল্প আৰু জীৱন বেলেগ বস্তু নেকি?"

"গল্পত ইমান ধুনীয়া শব্দ থাকে, আমি জানো কথা-বতৰাত ব্যৱহাৰ কৰোঁ? গল্পত নায়িকা থাকে, নায়িকাই গান গায়, চিঠি লিখে, নায়কৰ বাগিচা থাকে, গাড়ী থাকে, আমাৰ আছে জানো?"

"সেইখিনি কল্পনা কৰি ল'ব লাগিব আৰু। নহ'লে গল্প কোনে পঢ়িব? "

জাকৰ সেই যুক্তিবোৰ মনত পৰি হাঁহি উঠিল। তৎক্ষণাৎ হাঁহিটো বন্ধ কৰি গহীনাই ক'লোঁ—"তাহানিৰ কথা মনত পৰিহে হাঁহিছোঁ জাক, বেয়া নাপাবি। তই তাহানিও 'চিৰকুমাৰ', 'চিৰকুমাৰী', 'সন্তন্নাভা' আদি শব্দবোৰ কৈছিলি।"

জাকৰ মুখখন কেঁচুৱাজ বটা যেন হৈ গ'ল। বুজিলোঁ কথা নিশ্চয় গুৰুতৰ। সুধিলোঁ—"ক'চোন জাক, তোৰ নিশ্চয় কিবা এটা ট্ৰেজেডি আছে। (তাৰ তাহানিৰ ভাষাত—'বুজিছো তোমাক

কিবা এটা বেজাবে খুলি খুলি খাব লাগিছে।') মোক কোৱাত নিশ্চয় আপত্তি নাই ?"

সি চিগাবেট এটা জ্বলাই ভবি এখন চকীব ওপবত তুলি বাহু লাহে লাহে ধোঁৱাখিনি উলিয়াই দি ক'লে, "সেইবোব বহুত কথা অসীম।"

আকৌ সেই নাটকীয স্থব। কিন্তু এইবাব নাহাঁহিলোঁ। তাব পিছত তাব কাহিনীটো শুনিলোঁ।

কিন্তু নুশুনা হ'লেই ভাল আছিল। অফিচব কাগজত মবা আল্‌পিনটো যেন সেইদিনা ভুলতে নিজব কলিজাতে মাবি দিলোঁ। বহুত চিনেমা চালোঁ, বহুত গল্প-উপন্যাস পঢ়িলোঁ, বহুত প্রেমব কাহিনী শুনিলোঁ, কিন্তু লাকবা গোপালব কাহিনীব লগত এটাবো তুলনা নহয়। প্রেমব এনেকুবা ট্রেজেডি কোনো হিন্দী চিনেমাতো দেখিবলৈ পোৱা নাই আৰু নাপামো কিজানি। প্রকৃততে লাকব কাহিনীটো লুকুৱাই বখা বস্তু নহয়। ই সকলোবে মাজত সদৰী হোৱা উচিত। কাবণ কলি নিববধি, পৃথিবী বিপুলা। এই পৃথিবীব ভৱিষ্যতব প্রেমিকসকলে ইযাবপবা শিক্ষা লৈ, সেইমতে সকবেপব। অন্ত ভালকৈ শিকি যাব, এই আশা। লাকবে কিন্তু দ্বিতীয় এটা প্রাণীক এই কথা নজনাবলৈ বধ শপত দি লৈছে। মই ক'লোঁ যে কোনোবা গল্প লিখকলৈ ডাকত পঠিয়াই দিম, যাতে বেলেগ নামত গল্প কবি ছপায। তেতিযা দহব উপকাবত আহিব। নাম নাথাকিলে তাব অৱশ্যে আপত্তি নাই।

সঁচাকৈয়ে করুণ এই প্রেমব কাহিনী। বব করুণ। অত্যাধিক করুণ। মানে মর্মভেদী করুণ।

হিয়া বহুতবে ভাগে। বিয়াও ভাগে। ভগা বিয়া আৰু ভগা হিয়া জোবা দিব পবা এঠা এতিয়াও আৱিষ্কাব হোৱা নাই। ধনী ডেকা, দুখীয়া ছোৱালীব প্রণয় ভঙ্গ হয়। ধুনীয়া, কুৎসিতব মাজতো বিয়া ভাগে, প্রণয় ভঙ্গ হয়, কাবণ ধুনীয়া-কুৎসিত। কিন্তু ধন-বিদ্যা, জাত-কুল, বংশ-মর্যাদা, চাকবি, সৌন্দর্য এই সকলো গুণ যোল অনা থাকিও লাকব প্রেম ব্যর্থতাত পবিণত হ'ল। সি চিবকুমাব হৈ

থাকিব বুলি শপত খাব লগা হ'ল। অৰ্থাৎ তাৰ বিয়া যে ভাগিলেই ছিয়াও ভাগিল। কি কাৰণত? এটা অঙ্ক নোৱাৰাৰ কাৰণত। সঁচাই, এটা অঙ্কৰ ভুলেই জীৱনৰো ভুল হৈ পৰিল। এটা অঙ্কই সিহঁতৰ জীৱনক ওলট্-পালট্ কৰি দি গ'ল।

লাকয়ে তেনেহ'লে ক'ৰবাত গৃহ-শিক্ষকতাও কৰিছিল? তাৰ কি চুট-খৰে খাইছিল, অন্তত তিনিবাৰ ফেল কৰা মানুহ এটাৰ মেট্ৰিক পৰীক্ষাৰ্থীক পঢ়াবলৈ?

নহয়, সি টিউচন লোৱা নাছিল। কাকো খাতিৰতো ঘৰতে এনেয়ে দুটা অঙ্ক শিকাই দিব এনে দুঃসাহস তাৰ ভৱিষ্যৎ কেইবাটাও জন্মলৈকে হোৱাৰ কোনো লক্ষণ নাই। টিউচন লৈছিল এজন মাষ্টৰে। মাষ্টৰজনৰ লগত তাৰ চিনাকি হ'ল সেই স্কুলখনত শিক্ষামূলক চিনেমা দেখুৱাবলৈ গৈ। কোনোবা চ'চিয়েল এডুকেচন বিষয়াৰ লগত। সি তেতিয়া গোৱালপাৰাত। গাঁওখন দহ কিলোমিটাৰমান দূৰত। ডেকা মাষ্টৰজন তাৰ সমবয়সীয়া। সোনকালেই বন্ধু হৈ গ'ল। তেতিয়াৰেপৰা প্ৰায়ে তেওঁৰ তালৈ লাক যাবলৈ ল'লে।

কাৰণ ছোৱালীজনীক সি স্কুলতে দেখা পাইছিল, সেইবাৰ মেট্ৰিক দিছিল। মাষ্টৰে সপ্তাহত তিনিদিন সেই ছোৱালীজনীক পঢ়াইছিল।

মাষ্টৰে পেটে পেটে আশা পুহিছিল। মাষ্টৰজন অৱশ্যে উজনিৰ মানুহ, তাত কাম কৰা বেছি দিন হোৱা নাই। ছোৱালীৰ মাক-বাপেকৰো ইচ্ছা উজনি ৰাজ্যলৈ বিয়া দিয়া। পাৰিলে ডাক্তৰ, ইঞ্জিনীয়াৰ নাইবা হাকিম নহ'লেও প্ৰফেছাৰ। গতিকে বাকী কোৱালিফিকেচনৰ এটাও নথকাত বেচেৰাই মনৰ আশা মনতে মাৰ নিয়াৰ লগা হ'ল।

ছোৱালীজনীক প্ৰথম দেখিয়েই লাকৰা গোপালৰ অন্তৰত তাহানিৰ গল্প-কবিতাৰ শাৰীবোৰে ঘুমুৰ নাচ নাচিবলৈ ধৰিলে। ঠিক এয়েই তাৰ কল্পনা-কিশোৰী, ভাবনা-সঙ্গিনী, মানস প্ৰতিমা, সপোনৰ সুন্দৰী ৰাজিনী। আগৰ জন্মবিলাকত বৰ্ণে-বৰ্ণে এওঁকেই যেন লগ পাই

আহিছে, চাহ-দোকানত একেলগে চাহ খাই আহিছে, চিনেমা চাই একেখন ৰিক্সাতে ঘৰলৈ ঘূৰি আহিছে। অৱশ্যে আগৰ জন্মত। এই মুখখন, এই হাঁহিটো, জনমে জনমে যেন তাৰ মানস-পটত ৰেজিষ্টাৰ্ড পাৰ্চেলত ৰখাৰ দৰে চিল-মোহৰ মাৰি থোৱা আছে।

লগে লগে লাকুৱা গোপালৰ মুখতো চিল-মোহৰ পৰিল। কাৰণ তাৰ কাহিনীৰ অতি আলসুৱা অংশখিনিৰ, যাক বুজিব পাৰি কলিজা, হিয়া, ইয়াৰ পিছত আহি পৰিছে। বহু সময় নীৰৱে থাকি চিগাৰেট হুপিবলৈ ধৰিলে।

"কি ক'ৰি অ' অসীম, দুখ আৰু লাজৰ কথা, গভীৰ বেদনা আৰু ক্ষোভৰ কথা। ছোৱালীজনীৰ নাম আছিল উৰ্বশী। স্বৰ্গৰ উৰ্বশী যেনেকুৱা আছিল অন্ততঃ এটা ধাৰণাকে কৰক, এই ভাবিয়েই বিধাতাই এই উৰ্বশীক জন্ম দিছিল। এনেকুৱা আওহতীয়া গাঁৱত এনে এজনী ছোৱালী, মানে ঠিক বোকাত পদুম ফুলে যে কবিয়ে এনেয়ে লিখি যোৱা নাই। দেউতাকে হাট-বজাৰ ডাকে, পাউণ্ড লয়, মাছ-সৰিয়হৰ বেপাৰো কৰে, কিন্তু ব্ৰহ্ম কৃপণ। সাধুকথাৰ কৃপণ ছুটাৰ এটাই ধৰ। ছোৱালী পঢ়োৱাতকৈ সেই ধনেৰে বিয়া দিব, গতিকে কলেজত নপঢ়ায়। মাষ্টৰক তিনিমাহ পঢ়োৱাৰ টকা নিদি হাট-খোৱা হিচাপে লোৱা লাও-বেঙেনা, চাউলকে মাজে মাজে দিলে। মাষ্টৰ তাতে সন্তুষ্ট আছিল। কিন্তু যেতিয়া ছোৱালীৰ কাৰণে হাকিম, ডাক্তৰ বিচাৰিলে, তেতিয়া তিনিমাহৰ প্ৰাপ্যখিনি সুদে-মূলে যোগ হৈ বাঢ়িও টোপনিত হেঁচনি হৈ বুকুত হেঁচামাৰি ধৰিবলৈ লাগিল। তথাপি মোৰ মনৰ ভাব লক্ষ্য কৰি সিহঁতৰ ঘৰলৈ নি চা-চিনাকি কৰাই দিলে। পিছলৈ ঘনাই ঘনাই হাতত মিঠাই, বিস্কুটৰ টোপোলা এটা লৈ অকলে যোৱা হ'লোঁ। হাকিম, ডাক্তৰ নহ'লেও অফিচাৰ যেতিয়া আৰু বাহিৰা দুপইচাও থাকে বুলি জানি বুঢ়াৰ মনৰ বৰফ অলপ গলা যেন লাগিল। ছোৱালীৰো বোধহয়, কাৰণ কিবা এটা অজুহাতত লৈ মোৰ ওচৰলৈ আহি পানী পিলাচকে বা তামোলখনকে দিছিলহি। এবাৰ কলীন পাটৰ চাদৰ-মেখেলা এযোৰ প্ৰেজেণ্ট পাই উৰ্বশীৰ চকুহাল জ্বলাৰ দৰে,

নক্ষত্ৰৰ দৰে জিলিকিছিল। এয়ে ভাল পোৱাৰ লক্ষণ। চিনেমাত দেখা নাই? গল্পত পঢ়া নাই?”

“নপঢ়িলেও, নেদেখিলেও সেয়াই যে প্ৰেমৰ লক্ষণ বুজিবলৈ বাকী নাই। অলঙ্কাৰ-কাপোৰতে প্ৰেমিকাৰ চকুৰ কাজল সোমাই থাকে, নিমজ্জিত হৈ থাকে। গতিকে তই মাত্ৰ কৈ যা।”

“সেইদিনা, বুজিছ অসীম, সেইদিনা সেই দহ কিলোমিটাৰ বাট চাইকেলেৰে ওলাওঁতেই দেখা পালোঁ, এটা তেলৱালা। ঠেলা-গাড়ী এখনত তেল লৈ বাটৰ মুখতে চিঞৰিছে—‘লাগে তেল ক্ৰাচিন’, বেটা ‘ব্ৰাদাৰ-ইন্-ল’ই।”

“ব্ৰাদাৰ-ইন-ল’?”

“বেটা, সেই কাৰণেই সেই বিপদ হ’ল। ধুনীয়া এটা ব্লাউজ-পিচ্ মোৰ হাতত, নগদ পোন্ধৰ টকা লৈছে। এক কিলো সন্দেশ কিনি সোনকালে গৈ সেইখিনি পালোঁগৈ।”

উৰ্বশী বা ঘৰৰ সকলোৰে সেইদিনা উলহ-মালহ বেছি। বুঢ়া নাই। ভালেই পালোঁ। নহ’লে পেন্-পেন্-ভেন্-ভেন্ টকাৰ কথা। ক’ত কিমান লাভ হ’ল, ডাক্তৰৰ কিমান ধন, ইঞ্জিনীয়াৰৰ কিমান ধন, এইবোৰ কথাহে। উৰ্বশীৰ লগত এবাৰ কথা পাতিব নোৱাৰি।

‘উৰ্বশী সঁচাই, তোমাক বৰ ধুনীয়া লাগিছে। বিশেষকৈ আজি।’

‘আজি কিয়?’

‘আজি মানে সদায়—। আজি মানে, দেউতাৰা নাই নেকি?’

‘আছে। পিছফালে বাৰীত কৰতীয়া লগাই কাঠ ফলাইছে। মই মাতি দিওঁ বাৰু।’

‘না-নালাগে মাতিব। আহিবই নহয় তেখেত। এই ব্লাউজ-পিচ্টো চোৱাচোন? পচন্দ হয় নে নহয়।’

দুই হাতে তৰ্জনী আৰু বুঢ়া আঙুলি দুটাৰে ব্লাউজ-পিচ্টোৰ দুইমূৰে ধৰি মেলি লৈ উৰ্বশীয়ে কিৰিলীয়াই উঠিল, ‘ইমান ধুনীয়া লাগিছে, ৰংটোৱে ইমান মেচ কৰিব, পিঙ্ক ৰংটো মোৰ বৰ পচন্দৰ।’

'হয় ? তেন্তে পিছ্ বত্তব এখন শাৰী দিব লাগিব দেখিছোঁ খাটাও ভয়েলব।'

'সঁচাই দিব ?'

'সঁচাই দিম। অহা মাহত। মাত্র তুমি মাৰাৰ যোগেদি দেউতাৰাক মান্তি কৰাবলৈ চেষ্টা কৰা।'

'মাৰতো মন আছেই। বাবাৰহে কথা।' এনেতে মাক সোমাই আহিল।

'বোপা, তুমি আহিলা বেছ্ বেছ্। বাবাৰক খবৰ দিছ নে নাই উৰ্বশী ? বাক মযে খবৰটো দিওঁ।' উৰ্বশী এই সুযোগতে সোমাই গ'ল।

গোৱালপৰীয়া মাতবিলাক হেনা-হুচা, তই জানই। তথাপি এওঁলোকৰ মাত-কথাবিলাক বহুত পোন। যি নহওক মই এতিয়া বাধা দিবভো নোৱাৰোঁ, ৰসভঙ্গৰ আসন্ন বেদনাত গৰম গুচাবলৈ ধুমাধুম বিচনী কোবালোঁ। প্ৰথমে আহিল চৰ্পত এগিলাচ। উৰ্বশীয়ে আনিছিল। মোক খাবলৈ দি আকৌ সোমাই গ'ল চাহ কৰিবলৈ।

তাৰ পিছত ভৰিৰে চটপ্ চটপ্ শব্দ কৰি বুঢ়া হৰমুৰাই সোমাই আহিল। চুলিবিলাক ৰূপৰ, মলিয়ন চাৰ্ট এটা ঘামত তিতি গৈছে। চুৰিয়াখন চুটিকৈ পিন্ধা, ভৰিত এযোৰ কাঠৰ খৰম। মূৰ্তিমন্ত কৃপণালিৰ চলন্ত মূৰ্তি।

বুঢ়াৰ মুখত হাঁহিৰ খলকনি। 'দে উৰ্বশী, বোপাক চাহ-জলপান দে। দৈ দেচোন, প্ৰথমে দৈ এগিলাচ দে। ঘৰত পতা ভাল দৈ আছে। তামোল দে। বোপা, তোমাৰ কথাই মই ভাবিছিলোঁ, ঠিক সময়তেই আহি পালা'—বুলি বুঢ়া কাষৰে কমটোলৈ থপ্ জপাই সোমাই গ'ল।

"মোৰ অন্তৰখনে আনন্দতে বালিমাহী চৰাইৰ নেজডালৰ দৰে জঁপিয়াবলৈ লাগিল।"

লাক গোপালৰ উপমাতো শুনি দুখৰ মাজতো মোৰ হৰ্ হৰাই হাঁহি উঠিল।

লাকয়ে মোৰফালে একেথৰে চাই ক'লে—"তই হাঁহিছ অলীন? তই কি বুজিবি।"

"তোৰ বিজনিটোৰেহে হুহুৱালে। আন নাভাবিবি। কৈ যা-চোন, তাৰ পিছত কি হ'ল? তোৰ স্ফূৰ্তি লগাৰ যথেষ্ট কাৰণ আছিল। কিয়নো, বুঢ়াই আগেয়ে কেতিয়াও তোক ইমান আলহ-উলহ কৰা নাছিল, নহয় জানো?"

"এক্‌জেক্টলি খ'—ঠিকেই ধৰিছ। মই ভাবিলোঁ নিশ্চয় বুঢ়াৰ মন ঘূৰিছে তাতে মোৰ ট্ৰেন্সফাৰ হোৱাও শুনিছে, গতিকে। অলপ পিছতে উৰ্বশী আৰু মাকে দৈ, ৰসগোল্লা, চিৰা, কলৰ বিৰাট কাঁহী এখন সজাই সোমাই আহিল আৰু সমুখৰ টেবুলত থ'লেহি। পিছে পিছে কেইটামান মাখিও নাচি নাচি সোমাই আহিল—মোমায়েকৰ ঘৰলৈ সক ভাগিন এজাক লৰি অহাৰ দৰে। (খিক্!) উৰ্বশীৰ মাকে ভালপাওৰ বিচনী এখনকে গদা ঘূৰোৱাদি ঘূৰাই ঘূৰাই সিহঁতক খেদিবলৈ লাগিল। আৰু আৰু সিটো কোঠাৰপৰা বুঢ়াই প্ৰায় তিনিহাতমান দীঘল এবেগেত বহল কাগজৰ মুৰা এটা আৰু এপিঠি লিখা জৰাজীৰ্ণ ভয়ঙ্কৰ বহী এখন টেবুলখনৰ আনটো মূৰত খুপুচ্‌কৈ পেলালেহি।"

'হৰচ কোপ? সৌৰৱণী-নকল? বহুত আগবাঢ়িল তেনেহ'লে?'

লাকয়ে দৃষ্টিহীন দৃষ্টিৰে মোলৈ চাই চিগাৰেট এটা আকৌ জ্বলাই ল'লে একান্ত নিৰ্বিকাৰভাৱে। ধোঁৱা অলপ উলিয়াই কৈ গ'ল—"সৌৰৱণী?—মাই দিয়েৰ ফ্ৰেণ্ড, কাঠৰ ছিচাপ। তক্তাৰ ছিচাপ। বাটামৰ!"

যেন আমাৰ মাজত মঙ্গল গ্ৰহৰ প্ৰাণী এটাহে পেৰাচুটেৰে হঠাৎ নামিলহি। ক'ত প্ৰেম-সৌৰৱণীৰ নকল, ক'ত কাঠৰ ছিচাপ! মোৰ মেলখাই থোৱা মুখখনৰ ভিতৰলৈ কথাবিলাক ঠেলি দিয়াৰ মানসেৰে লাকয়ে নিজৰ মুখখন আগবঢ়াই আনি কৈ গ'ল—"বুঢ়াৰ গছ ফলোৱা হৈ গ'ল, কৰতিয়ালবিলাকে ছিচাপত লাগিছে পিছফালে। আগ-ফালে বুঢ়াই মোক দেখা পায়েই এপাচিমান হাঁহি মেকুৰী পোৱালি

এজাকৰ দৰে লৈ কুবাইছে। এই জৰৰজং কিন্তু পাস্লিচিটি অফিচাৰ ভেওঁৰ ঘৰৰ ভিতৰত, হাতৰ মুঠিত। কবতিয়ালে আৰু ক'ত ঠগিব পাৰিব? কৰতিয়ালকহে ঠগিব।"

হাঁহিবিলাকো এপাচি মেকুৰী পোৱালিৰ দৰে। মোৰ আকৌ খল্‌খলাই হাঁহি উঠিল।

"আকৌ হাঁহিছ?" ধমকৰ সুৰত লাকয়ে কৈ উঠিল—"ভাহানিৰ অন্তৰ পালত মনত নাই? গগৈ চাৰৰ সৌকাৰ কোৰ? আজিও ডাৱৰীয়া বতৰত বিষাই উঠে। সেই যে ঘৰৰ বেৰৰ কালি উলিয়াৰ লগা অঙ্কটো? কিমান যে ছুৱাৰ-খিৰিকী নাছিল ঘৰটোত। তেনেকুৱা ঘৰেই নাসাজোঁ বুলি প্ৰতিজ্ঞা কৰিছিলোঁ, মনত নাই? তথাপি সেয়া বৰ্গক্ষেত্ৰ, আয়তক্ষেত্ৰৰ কালি, ভাত ঘনফলৰ কথা নাছিল। মই এবাৰ খাদ্য-সম্ভাৰলৈ চালোঁ, এবাৰ কাগজৰ দ'মটোলৈ চালোঁ। উৰ্বশী বা মাকৰ ফালে চাবলৈ সাধ্য নহ'ল, অদ্ভুত এটা বেজাৰে বুকুখন খুন্দা মাৰি ধৰিলে। বুঢাই হাঁহি হাঁহিয়ে কৰতিয়ালৰ ওচৰলৈ খটপ্‌ খটপ্‌কৈ গুচি গ'ল। মোক কিবা ক'বলৈ চেষ্টা কৰিও হাঁহিৰ কোবত ওঁঠটোকে লৰাব নোৱাৰিলে। মোৰ চুলিবিলাকৰ গুৰিযেদি জৰ্‌জৰ্‌কৈ ঘামৰ নিজৰা বৰলৈ ধৰিলে। কিজানি মহাদেৱৰ জ'টাৰপৰাও গঙ্গা তেনেকৈ নামি অহা নাছিল।"

"নাছিল নেকি? কেনেকৈ জানিলি?" মই তাৰ ট্ৰেজেদিটো তেতিয়াও বুজিব নোৱাৰি তাক জোকাবলৈ সুধিলোঁ। লাকয়ে কিন্তু মোৰ বিদ্ৰূপলৈ কেৰেপ্‌ নকৰি কৈ গ'ল তাৰ সেই বেদনাৰ কাহিনী:

"খোৱা বোপা, খোৱা, সেইবিলাক ছিচাপ পিছতো কৰিবা। উৰ্বশীৰ মাকে বিচনীখন উৰ্বশীৰ হাতত দি ভিতৰলৈ সোমাই গ'ল। মই দৈ এচামুচ মুখত দি কোনোমতে গিলি দিলোঁ। দৈখিনিয়েও যেন তপত তেলৰ দৰে ভিতৰখন পুৰি গ'ল। ৰসগোল্লাটো মুখত দিলোঁ যেন লোহাৰ তপত লাড়ু এটাহে গিলিলোঁ। উৰ্বশীয়ে মাজে মাজে বিচনী মাৰি মাখি খেদায়, সেই বতাহ গাত লগাৰ লগে লগে যেন ভমক্‌ ভমক্‌কৈ জুই কিছুমানহে বাহিৰলৈ ওলাই গৈছে গাৰপৰা।

এখন হাতত দৈব চামুচ, এখন হাতেদি কাগজসোপা দাঙি ল'লোঁ। টেপ্ এটা খুলি দিয়াৰ দৰে গোটেই গাবপৰা জৰ্জৰ্ কৰে ঘাম ওলাবলৈ ধৰিলে।

"থাওক, ভালকৈ খোৱাই নাই দেখোন। আপুনি বোলে বদলী হ'ব? বৰ বেয়া লাগিব। তাৰ আগতে এখন ভাল চিনেমা দেখুৱাব লাগিব কিন্তু—উৰ্বশীৰ কথাই গাত চোৰাতৰ পাত কিছুমানহে যেন ঘঁহি দিলে। উৰ্বশীলৈ চাবলৈ ঘিণ লাগিল, এই নাৰীজাতিয়ে সকলো অনৰ্থৰ মুল, ভালেতো শাস্ত্ৰই কৈ গৈছে। মহাপুৰুষ শঙ্কৰদেৱেও পাবোঁতে লিখি গৈছে নে—

'যতেক সুন্দৰী নাৰী পৰম অনৰ্থকাৰী
আত্তপৰে নাহিকে নিকাৰ।'

তথাপি উৰ্বশীৰ কথাৰ উত্তৰত, হাঁহিবলৈ চেষ্টা কৰিও হতাশ হৈ পৰিলোঁ। কোনোমতে দাঁতকিটা নোলায। ওঁঠ শুকাই জোতাৰ ছামৰা যেন হৈছে।"

"হাঃ হাঃ হা জোতাৰ ছাম্‌ৰা?" আকৌ নিজক সংযত কৰিব নোৱাৰি হাঁহি দিলোঁ। লাকৱে আকৌ নিৰ্বিকাৰভাৱে মোলৈ চাই ক'লে, "মুখ শুকাই গ'লে তেনেকুৱা নহয়?"

"অৱশ্যে, অৱশ্যে কৈ যা"—

"এবাৰ ভাবিলোঁ ওলাই লৰ মাৰোঁ। এজোপা গছত ইমানবিলাক বাটাম, ইমানবিলাক তক্তা ওলাব পাৰে নে? আৰু তেনেকুৱা প্ৰকাণ্ড গছ এই কৃপণ বুঢ়াৰ বাৰীতহে হ'ব পায় নে? চৰকাৰক ৰয়েলটি দিছে নে নাই? এপিঠি সিথা প্ৰকাণ্ড বহীখনৰ সিটো পিঠিও শেষ হৈ গ'ল। টকাৰ ঘিটো হিচাপ ওলাল, তাৰে সিমানবিলাক কাঠ ফলোৱা কিয়, নতুনকৈ কিনি ঘৰ এটাও সজাব পাৰিব। কৰতিযালকে ইমানখিনি ধন দিব লগা হ'লে, বুঢ়াই প্ৰথমে এবাৰ হাটফেল কৰি ল'ব লাগিব। ভগৱান, কি পাপত কি যন্ত্ৰণা দিছা। তুমিতো তকতৰ ভয়হাৰী, তুমিতো গজেন্দ্ৰক ৰক্ষা কৰিছিলা গ্ৰাহৰ হাতৰপৰা, এই নৰেন্দ্ৰকো ৰক্ষা কৰা "

( 'এগ্না লাকৰ নাম নৰেন্দ্ৰ আছিল')    "ওঁ, তাৰ পিছত ভগৱান আছিল নে ? কৈ যা।"

ভগৱান নাছিল, চটপ্‌ চটপ্‌ কৰি ভগৱান আহিবনে ? আহি বুঢ়া।

"বোপা হ'ল নে ? হৈছে নে ? চাহ খালা নে, ক'তা জলপান দেখোন নাখালাই।"

বুঢ়া অহাৰ শব্দ শুনিয়েই উৰ্বশী ভিতৰলৈ গৈছিল। মই খচমচকৈ সংখ্যাটো কাটি টুকুৰা-টুকুৰ যোগ-বিয়োগ কিছুমান কৰি পেলাই সংখ্যা এটা উলিয়াই ক'লোঁ যে "হিচাপটো বৰ খেচেৰা, ইমান লবাল'ৰিকৈ কৰিব নোৱাৰি। তথাপি সিহঁতে কি হিচাপ দিয়ে তাকো চাই কিবা এটা কৰিব।" বুঢ়াই কাগজসোপা লৈ আকৌ কৰতিযালৰ ওচৰ পালেগৈ। মই উৰ্বশী আৰু মাকক মাত লগাই পিছৰ সপ্তাহত আহিম বুলি কৈ চিধা চাইকেলত জঁাপ দিলোঁ। সৰু কাগজ এখনত হিচাপবিলাক টুকি লৈছিলোঁ, একেবাৰে মাষ্টৰৰ ঘৰ। মাষ্টৰে অঙ্ক কৰি হিচাপ উলিয়াই থৰ হ'ল। বুঢ়াক সেই হিচাপত ছকুৰি টকাৰ অধিক ভৰণি কৰোৱা হ'ল। কৰতিয়ালে যদি ভুল হিচাপ দিয়ে বুঢ়া মৰিল। মই মাষ্টৰক পিছদিনা এপাক যেনে-তেনে গৈ বুঢ়াক অতিৰিক্ত ভৰণিৰপৰা ৰক্ষা কৰিবলৈ খাটনি ধৰিলোঁ। মাষ্টৰৰ ইচ্ছা নাই, কাৰণ বুঢ়াই টিউচনৰ পইচাকে নিদিলে। কিন্তু হঠাৎ কি মন উফৰিল, মাষ্টৰ ভেভিয়াই যাবলৈ ওলাল। নহ'লে বুঢ়াই কৰতিয়ালক পইচাখিনি দিয়ে দিব পাৰে।

তাৰ পিছৰ সপ্তাহতে বদলীৰ হুকুম পাই লৰালৰিৰ অজুহাত দেখুৱাই চিঠি এখনকে লিখি তেজপুৰ পালোঁগৈ। তাৰ পিছত গোলাঘাট। গোলাঘাটত এদিন হঠাৎ মাষ্টৰৰ লগত দেখা। আচৰিত হ'ব লগা নাছিল, কাৰণ গোলাঘাটতে মাষ্টৰৰ চাবেক ঘৰ। দুবছৰ হ'ল উৰ্বশীৰ লগত বিয়া হোৱা।

"বিয়া হোৱা ? মানে ?"

"মানে আৰু কি, বিয়া হ'ল। যিজন লোকে বিয়া নোহওঁতেই বুঢ়াক নগদ ছকুৰি আৰু তিনিমাহৰ টিউচনৰ ফিজৰ ধন বাহি কৰি দিব পাৰে, সেইজনক জোঁৱাই নকৰি কৃপণ বুঢ়াই ঘনফুটৰ হিচাপ নজনা ধোৱাঁখুলীয়া এটাক জোঁৱাই কৰিব নে?" মাষ্টৰে জোৰ কাৰ লৈ গ'ল ঘৰলৈ মোক। আহিছে উৰ্বশীৰ সৈতে, দুই-এদিনতে যাবৰে হ'ব। উপায় নাপাই গ'লোঁ, চাহ খালোঁ, উৰ্বশীৰ লগত কথা পাতিলোঁ। পিছদিনা মোৰ ভাত ভাতৰ নিমন্ত্ৰণ দি উঠিব খোজোঁতেই দুৱাৰ মুখত বিল্লা। বুঢ়া হাজিৰ। অহাৰ কথা আছিল বোলে। মোৰতো পলাবৰ উপায় নাই। বিল্লাৰপৰা নামেয়েই বুঢ়াই চিঞৰ ধৰিলে—"সেয়া আমাৰ পাঠক বোপা নহয় নে? আও ইমান দিনৰ মূৰত। বদলী হৈ আহিছা নেকি?"

"হয়, পিছে আপুনি ইয়ালৈকে আহিল?"

"ইয়ালৈকে আহিমতো, জী-জোঁৱাইৰ নিজা ঘৰ, বিয়ৈ-বিয়নী আছে। পিছে বোপা, সেইবাৰ তোমাৰ হিচাপটো ভুল হৈছিল নহয়? মনত আছে নে? জোঁৱাই বোপা নোহোৱা হ'লে মোক কৰতিয়ালে একামোৰ খাইছিলেই।"

"হয়, মই মাষ্টৰৰ ভাত সোমাই, অৰ্থাৎ জোঁৱায়েকক তোতয়াই পঠিয়াই দিছিলোঁ নহয়?"

"অ' হয় নেকি? বেছ্ বেছ্, বহা, যোৱাই নে?"

"হয়, বহুত সময় বহিলোঁ, আপুনিও দূৰৰপৰা আহিছে। বাৰু নমস্কাৰ।"

"তাৰ পিছত বদলী হৈ এয়া, এই ঠাই পাইছোঁহি।"

লাকৰ কাহিনী শেষ হ'ল। বেদনাটোৱে মোক বৰকৈ বিন্ধিছিল, হঠাৎ কিবা এটা মনত পৰি সুধিলোঁ, "বাৰু, বুঢ়াৰ নামটো কি আছিল?"

"গোবিন্দ বল্লভ দাস।"

"আঃ! আৰ্চৰিত।"

"কিয়?"—লাকৰে উখাতু খাই সুধিলে।

"মোৰ দেখোন মামা-শহুৰ। আজি-কালিতে জেৰোঁ মোৰ ভাগৈ অহাৰ কথা।"

স্প্ৰিং দিয়া পুতলাৰ দৰে জঁাপ মাৰি থিয় হ'ল লাক। "তোৰ মামা-শহুৰ? ইয়ালৈ আহিব? আজি আহিব? জেনেহ'লে বাম ৰাম ভাই। তোৰ ঘৰত শেষ বিদায়। পালেই কৈ দিব হিচাপটো ভুল হ'ল বুলি। ডিব্ৰুগড়লৈ বদলী হ'বলৈহে চেষ্টা কৰিব লাগিল।"

মই কিবা এটা ক'বলৈ গৈ দেখোঁ যে লাক নায়েই। গ'ল।

---

## ॥ অডিচন ॥

ডেকা বয়সত যেতিয়া বসন্ত ঋতু আহে, ব'হাগ বিহু আহে, কুলিয়ে মাতে, কেতেকীয়ে চিঞৰে আৰু ঘৰচীয়া চৰাইবোৰে চেঁচেপায়, তেতিয়া কোনোবাই কবিতা লিখে, কোনোবাই গান গায়, কোনোবাই বিহুগীত এটাকে সুহুৰিত বজায়। প্ৰফুল্লই সেইবিলাক একো নকৰিলে, অৰ্থাৎ কৰিব নোৱাৰে সি। তাৰ জীৱনৰ এটা ডাঙৰ চখ হ'ল ৰেডিঅ'ত 'টক্' দিয়া, টক্ নাপালেও ড্ৰামাত কিবা এটা পাৰ্ট কৰা। গতিকে সি কেইদিনমানৰ কাৰণে গুৱাহাটীলৈ গৈ তাৰ 'বুকুৰ বান্ধৈ' দীপকৰ ঘৰত উঠিল। দীপক ৰেডিঅ'ত এনাউন্সাৰ। দীপকক দিনে এবাৰকৈ কাবৌ-কোকালি কৰে যেনে-তেনে নাটকৰ বিভাগীয় প্ৰ'গ্ৰাম এক্সিকিউটিভ্‌ক কৈ-মেলি যি কোনো এটা পাৰ্ট,ছুৱৰী,প্ৰহৰী, বিস্কাৱালা, দোকানী—মাত্ৰ এষাৰ বাক্য থাকিলেও হ'ব—দিব লাগে। দীপকৰ কামটোত সোমোৱা বেছি দিন হোৱা নাই—পাৰ্ট টাইম কাম। ৰেডিঅ'ৰ মানুহবোৰৰ গতি-মতি একো ধৰিবকে পৰা নাই সি। ড্ৰামাৰ নামত যিবিলাক অডিচন হয়, সেইবিলাক ফাং-ফুং, গৈ-থৈ থাভিৰ কৰাবিলাকেই পায, বা পইচা বাহি কৰাৰ অজুহাতত ষ্টাফ্ আৰ্টিষ্টেৰে কামটো সমাধা কৰি থয়। তেনেস্থলত নাম-গোন্ধ নোহোৱা প্ৰফুল্লক, তাতে থিয়েটাৰ আদিও কৰা নাই, গতিকে কেনেকৈ পাৰ্ট এটা দিয়ায়।

টকা-পইচা নালাগে, আনকি সিয়ে টকা দি পাৰ্ট এটা ল'বলৈ প্ৰস্তুত। মাত্ৰ এষাৰ, এষাৰ মাত্ৰ সি ৰেডিঅ'ত কথা ক'ব। তাৰ মাতটো বতাহত ঢৌ খেলি বিশ্ব-ব্ৰহ্মাণ্ডত বিয়পি যাব,পৃথিৱীৰ ৰেডিঅ' চেটবিলাকত তাৰ কণ্ঠ ধ্বনিত হ'ব, কল্পনাৰ লগে লগে সি মানুহটোৱেই হৈ পৰে যেন এটা শব্দ তৰঙ্গ। সিয়ে যেন বতাহৰ বোকোচাত উঠি ঘূৰি ফুৰিছে। তাৰ অৱশ্যে কোনো প্ৰণয়নী অৰ্থাৎ ভাল পোৱাৰ পাত্ৰী নাই, নাই মানে তাক ভাল পোৱা নাই,—সি ভাল পোৱাৰ সংখ্যাই

ধাৰাপাতৰ নিৰ্দিষ্ট সংখ্যাক কেতিয়াবাই অতিক্ৰম কৰি গৈছে যদিও তাক ভাল নোপোৱাৰ কাৰণ তাৰ চেহেৰাত কোনো আকৰ্ষণ নাই, আৰু পঢ়া-শুনাতো সি যেনে-তেনে পাছ কৰি যোৱা বিধৰ। ছাত্ৰৰ সভা-সমিতিত, গান-বাজনা, শ্ব' আদিত সি একো অংশ ল'ব নোৱা-ৰিলে। আৰু মাৰাত্মক 'ড্ৰবেক' হ'ল তাৰ মাতটো। সি সৰুতে এবাৰ কুঁৱাৰ পাৰত গা ধোওঁতে গান এটা গাইছিল, মাকে ভাত ৰন্ধা গাৰেই বাহিৰলৈ ওলাই আহি ওচৰৰে আন এগৰাকী তিৰোতাক সম্বোধন কৰি চিঞৰিলে,—"অ' বৰ ঘৈণী, শুনিছা নে, মোৰ ল'ৰাটোক নো ঈশ্বৰে কি এটা গলা দিলে ঐ, মইনো কি সাধি সাধি পালোঁ, তাৰ মাতটো শুনিলে ক'ৰবাৰ ছাৰি ক'ৰবাত মাৰিবলৈ মন যায়।"

বৰ ঘৈণীযে সান্ত্বনাৰ সুৰত ক'লে,—"হওক দিয়া, পুৰুষৰ মাত তোমাৰ আমাৰ দৰে চিঁচিয়া হ'ব লাগে নে? পুৰুষ পুৰুষেই, গম্ভীৰ মাত হ'ব লাগে, ক'তনো সভাই-সমিতিযে হাৰ্মোনিয়াম বজাই গান গাবগৈ?"

তেতিয়া অবশ্যে ৰেডিঅ' ষ্টেচন অসমত হোৱা নাছিল, হোৱা হ'লে ক'ৰবানো ৰেডিঅ'ত গান গাবগৈ" বুলিয়ে বৰ ঘৈণীয়ে ক'লেহেঁতেন।

প্ৰফুল্লই শুনিলে, মানে তাক শুনাবলৈকে মাকে কৈছিল। সি দেখিলে ওচৰৰ পানী নিবলৈ অহা জীয়ৰী-বোৱাৰীবিলাকে মুখত কাপোৰ দি তাৰ ফালে চাই হাঁহিছে। মাকৰ কথাখিনি সিহঁতেও শুনিছে। সি যেন জঁপ মাৰি পকা কুঁৱাটোৰ ভিতৰতে সোমাই যাব আৰু ওলাই নাহে। কুঁৱাৰ ভিতৰতে থকা-খোৱাৰ ব্যৱস্থা কৰি ল'ব। সি তেতিয়া হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ, গতিকে আত্মসন্মান জ্ঞান প্ৰখৰ হৈ পৰিছে, কুঁৱাৰ ভিতৰত পৰাবো সাহস নাই। কাৰণ ৮।১০ মিটাৰ দ কুঁৱাটোৰ তললৈ চালেই তাৰ বুকুখন ধপ্ ধপাই উঠে। পানী বুৰাওঁতে ওপৰলৈ চাইহে বুৰায়। কিন্তু সেইদিনাই সি প্ৰতিজ্ঞা কৰিলে, ভীষ্ম-প্ৰতিজ্ঞা যে জীৱনত কেতিয়াও সি কোনো পৰিস্থিতিতে গানৰ এটা কলিও নাগায়। আনকি বিহুগীত একাকিও নাগায়। সেয়াহে নালাগে গুণ-গুণায়ো নাগায়, সুহুৰিতো গান

নাগায়। আৰু বহুতে কোৱা শুনিছিল যে বিয়াৰ পিছত ন-কইনাৰ আগত সকলো পুৰুষেই এটা নহয় এটা কলি গান গাই দিয়ে। ন-কইনাবিলাকৰ বোলে দবাৰ প্ৰথম পৰীক্ষা সেইটোৱেই। যদি বেয়া গান গায়, তেনেহ'লে তেওঁক আৰু গভীৰভাৱে ভাল পায়, কাৰণ ন-কইনাৰ গলা এক আঙুলি হ'লেও ওপৰত থাকিব, গতিকে ন-কইনা জিকি থাকিব। কিছু সংখ্যা আলোচনীবিলাকত এনে ধৰণৰ বহুতো গল্প সি পঢ়িছে। ভৱিষ্যতে যেতিয়া সি বিয়া কৰাব—আহা। সপোন কুঁৱৰী, সপোন জীয়াৰী, কুঞ্জ-লতিকা, তেওঁ বা ক'ত আছে—হাজাৰ শপত-শাতি দিলেও সি গান নাগাব। ন-কইনাই বোলে প্ৰত্যেক কথাতে শপত দিয়ে।

সেই দিনাৰপৰাই তাৰ গানৰ চৰ্চা বন্ধ। বি এ পাছ কৰিলে, গাঁৱৰ স্কুল এখনতে অস্থায়ী মাষ্টৰ হ'ল, ল পঢ়িবলৈ আহিব বিজ্ঞাপ্ট ওলালেই, এতিয়ালৈকে সি তাৰ প্ৰতিজ্ঞা ভঙ্গ কৰা নাই। এদিন সপোনতে সি গান এটা গাব খুজিছিল, এনেতে প্ৰতিজ্ঞাৰ কথা মনত পৰিল সপোনত, আৰু জঁাপ মাৰি বিচনাৰপৰা মাটিত পৰি গোটেই ৰাতিখনকে সাৰ পোৱাই দিলে।

দীপকক সি এইবোৰ সকলো বৃত্তান্ত, এটাও পেটত নৰখাকৈ খুলি ক'লে। গান গোৱাৰ ঘটনাটোও চিৰিয়াচলি কোৱাত দীপকৰ চকু ঢুলঢুলীয়া হৈয়ে গৈছিল। প্ৰফুল্লই তাৰ এই প্ৰাণৰ বন্ধুটোৰ কাৰণে যেন নিজৰ জীৱনটোকে ত্যাগ কৰিব, সেই মুহূৰ্তত তাৰ তেনে ভাবেই হৈছিল। কিন্তু আজি-কালি জীৱন ত্যাগ কৰাও সহজ, ৰেডিঅ'ত অডিচন পোৱাহে সহজ নহয়। তাতে আঁতৰৰ হ'লে কথাই নাই, ৰেডিঅ'ই গুৱাহাটীৰ বাহিৰৰপৰা অহা-যোৱা, থকাৰ খৰচ ভৰি কোনো শিল্পীকে নানে, চিপাহী-চন্তৰীৰ পাৰ্ট কৰা প্ৰফুল্লক অনা দূৰৰ কথা। সেই কাৰণে একেগৰাকী ষ্টাফ-আৰ্টিষ্টকে দেওবৰীয়া আইদেউৰ বুজনিৰ নাটকত শাহুৰ পাৰ্ট দি ঠিক পিছৰখন নাটকতে ন-বোৱাৰী কৰি পেলায়। হিন্দী চিনেমাৰ দৰে প্ৰায়। এখন নাটকত মাক হ'লে পিছৰখন নাটকত ঘৈণীয়েক হোৱাৰ বাধা নাই। একেটা মানুহক

বাভিপুৱা ল'বাব মাভ, দুপৰীয়া ভেকাব মাভ, গধূলি সোজা লাগুং বুঢ়াব মাত কৰি দিব পাবে বেডিঅ'ই। গতিকে দীপকে নানান কাকুতি-মিনতি কৰিব লগা হ'ল নাটকৰ প্ৰযোজক এজনক তাব বন্ধু-টোব কাৰণে। এক্সিকিউটিভ্ নিৰুপায়। বন্ধু এজনব থাতিব বাখিবলৈ গৈ তেওঁব চাকবিটো থাব নোৱাবে, আজি-কালিব এই চাকবিব হাহাকাবৰ দিনত। আনকি অনাতাঁৰ কেন্দ্ৰটো অসমীয়া চলাবলৈ অনা-অসমীয়া মানুহকহে এপইণ্ট্মেণ্ট্ দিয়াব পলিচি আজি-কালি দিল্লীয়ে ল'ব ধৰিছে। গতিকে নাটকৰ স্ক্ৰীপ্ট্ এখন আগত লৈ চাহত সোহামাবি দুয়ো সমস্যাটোৰ এটা সমাধান বিচাৰিলে। হঠাতে সোঁহাতখনেৰে টেবুলত তবলা বজাবলৈ ধৰিলে প্ৰযোজকজনে। দীপকে জানে ই শুভ লক্ষণ। কিবা এটা সু-সমাধানৰ চিন। নাটকৰ প্ৰযোজনাত কেতিয়াবা সমস্যাৰ উদ্ভৱ হ'লে—যেনে বুঢ়ী এজনীব মাত এটা লগা হ'ল—বুঢ়ী আৰ্টিষ্ট এজনীক কন্‌ট্ৰেক্ট কাৰলে গ'ল ১৫।২০ টকা, বিহাৰ্চেল আদিব সামান্য খৰচ আছেই। ভবিব লাগিল পকেটৰ-পৰা—চৰকাৰে নিদিয়ে। গতিকে পাই গ'ল উপায় ইউৰেকা, ইউৰেকা—বজাই দিলে টেবুলত তবলা। অৰ্থাৎ দীপকৰ মাতটোৱে তিৰোতাব নিচিনা, যিটো অসমীয়া এনাউন্সাৰৰ প্ৰধান গুণ হ'ব লাগে বুলি বেডিঅ'ই ভাবে। গতিকে দীপকে কেৰ্কেৰীয়া সুৰত বচনটো মাতি দিলেই হ'ল। বুঢ়ী মানুহজনী বেডিঅ'ততো নেদেখে (ভাগ্যে!)। তেনেকৈয়ে নাটকখন চলি গৈ থাকে।

দীপকৰ মুখ আশাৰ আনন্দেৰে পূৰ্ণ হৈ পৰিল। তবলা বজালে যেতিয়া পাবই। সমাধানটো কেনে ধৰণৰ তাকে শুনিবলৈ কাণ পাতি উশাহ বন্ধকৈ ব'ল। আনকি আধা খোৱা চাহৰ লোভটোও এৰিব পেলালে। চাহত সোহা দিওঁতেই যদি কথাবাৰ সাবি যায়?

প্ৰযোজকে চাহৰ ঢোকখিনি গিলি চিগাৰেটটো জলাই কৈ উঠিল, "কাম এটা নকৰে কিয়?"

"ছুটা, তিনিটা, এনটা কৰিম—কৰিবলৈ সাজু আছোঁ, মাত্ৰ মোৰ বন্ধুটোক অডিচন দিয়াওক, চিপাহী-চন্তৰীৰ পাৰ্ট এটা দিয়াওক।"

"সিমান নালাগে, মাত্র এটা। আপোনাৰ 'কেয়াৰ'ত বন্ধুটোৰ ঠিকনা নিদিয়ে কিয়? নাইবা গুৱাহাটীৰে আন কাৰোবাৰ কেয়াৰত? তেতিয়া টি-এ, হ'ল্টেজ একো নালাগে। পৰহিলৈ অডিচন হ'ব, গান আৰু 'টক্'ৰ অডিচন।"

জঁাপ মাৰি দীপকে লৰ ধৰিলে। যাওঁতে কৈ গ'ল "তাক পইচা নালাগে, পইচা তাৰ আছে। ওলোটাই ৰেডিঅ'কহে পইচা দিব খোজে, তাক পাৰ্ট এটা দিয়াৰ বাবদ। কাৰণ বাপেকৰ ধন বহু—।" বাকীখিনি শুনা নগ'ল।

ভইচ্ টেষ্টৰ কাৰণে মাতি পঠোৱা কাগজখন প্ৰফুল্লৰ হাতত দিয়াত, গদ্গদ হৈ প্ৰফুল্লই দুই হাতেৰে সাৱধানে কাগজখন ল'লে দীপকৰপৰা। কিবা এষাৰ কৈছিল যদিও মুখেদি স্পষ্ট হৈ নুঠিল। দীপকে আন্দাজতে ধৰি ল'লে কৃতজ্ঞতাৰ বাণী। যি নহওক অডিচনৰ সময়ত দীপক এনাউন্সিং ষ্টুডিঅ'ত ব্যস্ত থাকিব, গতিকে প্ৰফুল্লক লগ নাপাব। সি নিজে অডিচনৰ সময়ত গৈ আনবিলাক সাম্ভাব্য শিল্পীৰ লগতে বহি থাকিব আৰু তাৰ নাম এনাউন্স কৰিলেই সি ষ্টুডিঅ'লৈ সোমাই যাব। লগতে নিৰ্ভয় দি ক'লে—ষ্টুডিঅ'ৰ ভিতৰত মাইকৰ সন্মুখত যাতে নাৰ্ভাচ নহয়। একো ভয় কৰিব নালাগে, ড্ৰয়িং ৰুমত সজাই থোৱা বাঘ এটাৰ আগত থিয় হ'বলৈ যিখিনি সাহস লাগে, মাইকৰ আগত থিয় হ'বলৈ সেইখিনি সাহসৰেই প্ৰয়োজন। মিচ্ বিম্বাধৰায়ে বোধহয় অডিচন ল'ব।

প্ৰফুল্লই জেপত হাত ভৰোৱাৰ ছলেৰে কলিজাটোত খামুচি ধৰিলে, খালৈত চেঙেলী মাছ জঁপিওৱাদি তাৰ কলিজাটো জঁপিয়াই উঠিছিল। বিম্বাধৰা কি মাৰাত্মক নাম। তাতে 'মিচ্'।

অলপ কৰুণভাৱে দীপকলৈ চাই ক'লে—"লগত তই থাকিব নোৱাৰিবি নে খন্তেকলৈ?"

অলপ সময় অভিভাৱকৰ চাৱনিৰে তালৈ চাই উত্তৰ দিলে দীপাকে যে সি লগত থাকিব নোৱাৰে। নিয়মো নহয়, সময়ো নাই। আৰু বিম্বাধৰা নামটোত ভয় কৰিবলগীয়া একো নাই, যিহেতু ওঁঠ দুটা ৰঙা

নহয়, লিপ্‌ষ্টিক্ ঘঁহাহে। মিচ্ হ'লেও বয়সত মিচেচবো মিচেচ্—'আজো মিচেচ্' ( আজুককাৰ অনুকৰণত )।

সি আৰু কি ভয় কৰিব। ভয় কৰিবলগীয়া আছেইবা কি ? মাত্র লগ এটা লাগে দুটা-এটা কথা পাতিবলৈ।

অডিচনৰ সময় দিয়া আছিল আবেলি তিনি বজাৰপৰা। কিন্তু সময়ৰ টিকনিডাল কাঞ্চাৰ টিকনিৰ বিপৰীতেহে থাকে। গতিকে আধাঘণ্টাৰ আগতে ৰেডিঅ' ষ্টেচন পালেগৈ প্ৰফুল্ল। বাটত দুই-এজন মানুহ পালে, অডিচন দি আহিছে। বুকু তাৰ ধম্‌ধমাবলৈ ধৰিলে। নিশ্চয় শেষেই হ'ল অডিচন লৈ। তাৰ কাৰণে 'ৰেডিঅ' ষ্টেচন নিশ্চয় বৈ নাথাকে। লৰ দিলেও বেয়া দেখি। সাধাৰণতে আৰ্টিষ্টে অডিচন দিবলৈ সম্ভৱ লৰ নিদিয়ে, চেক্ ভঙাবলৈহে লৰ দিয়ে বুলি সি জানে। নহ'লে বেঙ্ক বন্ধ হ'ব। তথাপি খোজকঢা আৰু লৰ দিয়াৰ মাজতে যি 'কুকুৰ-লৰ' নামৰ বস্তু এটা মানুহৰ থাকে, সেই অন্তৰ্নিহিত ক্ষমতাটোৰে স্বতঃস্ফুৰ্ত্ত হ'ল তাৰ। কমালৰে ঘাম মচি মচি সি আৰ্টিষ্ট বহা কমটোত সোমাই দেখে যে শেষবজন ভাবী আৰ্টিষ্টে অডিচন দি ৰঙা-চঙা পৰি ওলাই আহিছে। তেতিয়াও তিনি বাজিবলৈ দহ মিনিট, অথচ তাক মাতিছে তিনি বজাতহে। এনেস্থলত আগতে ৰেডিঅ'ই কামফেৰা কৰা উচিত হোৱা নাই। সি মনতে গুজৰিলে আৰু মনতে সম্পাদকলৈ চিঠিৰ ড্ৰাফট্ এটাও মনতে আউটিলে। এনেতে দেখিছে ষ্টুডিঅ'ৰ ভিতৰ ফালৰপৰা ৰঙীন শাৰী পিন্ধা, ওঁঠ ৰঙা মহিলা এগৰাকী কমালেৰে মুখ মচি মচি ওলাই আহিছে, আৰু এজন আদহীয়া টপা মানুহে হাতত তীমৰ গজা জাতীয় বস্তু এটা লৈ তেওঁক অনুসৰণ কৰিছে। মহিলাগৰাকীৰ খঙাল চকু দুটা প্ৰফুল্লৰ ক'ই পৰি যাব খোজা মুখখনৰপৰা ওলাই অহা কৰুণ-কাতৰ চাৱনিত পৰিল।

"অ' মাই গড্, আৰু এজন থাকিলেই দেখোন, আহক ! আহক ! সোমাই আহক" বুলি চেপা মাতেৰে কথাকেইটা কৈ মহিলা-গৰাকী ভিতৰ সোমাই প'ল। তাক আৰু দ্বিতীয় কথা এটা ক'বলৈ

অৱসৰেই নিদিলে। হাতত গদা লোৱা মানুহজনৰ মুখখন পাথৰৰ মূৰ্তিৰ দৰে কঠোৰ আৰু নিষ্প্ৰাণ হৈ পৰিছিল। প্ৰফুল্ল গৈ ওচৰ পোৱালৈকে তেওঁ থৰ হৈ ৰৈ থাকিল।

"হয় নে? মযে যাব লাগে, হয় নে?"—ধৰণৰ দুটামান কথা কৈ ঢলং-পলংকৈ প্ৰযুল্ল গৈ মানুহজনৰ ওচৰ পালেগৈ।

মানুহজনে তেওঁৰ পিছে পিছে প্ৰফুল্লক আহি থাকিবলৈ নিৰ্দেশ দিলে। এটা কৰিড'ৰেদি গৈ থাকি অৱশেষত ষ্টুডিঅ'ৰ কম এটাত দুযো সোমাই পৰিল। মজিযাত পাৰি থোৱা গাদী এখনত মাইক্ৰোফোন এটাৰ সম্মুখত প্ৰফুল্লক বহিবলৈ দিলে। ষ্টুডিঅ'ৰ চাৰিওফালে চকু ঘূৰাই থপ্‌জপাই প্ৰফুল্ল বহি পৰিল। ষ্টুডিঅ'ৰ বেৰত ৰঙা লাইট্‌ এটা হঠাৎ জ্বলি উঠিল। ওপৰৰপৰা সেই বিদ্যাধৰাৰ মাত এটাও শুনিলে, কণ্ট্ৰ'ল-কমৰ ইঞ্জিনীয়াৰক ইংৰাজীতে কিবা এটা কৈছে। মূৰ দাঙি চাই দেখে যে মাজৰ আইনাখনৰ সিপাৰে আন এটা কমৰ মহিলাগৰাকী বহি লৈ মাইকত কথা কৈছে, ঠিক তাৰ মুখে মুখে। লগে লগে চঁকুখাই পিছলৈ চালে সি, সেই ভদ্ৰলোকজনে গদাৰ নিচিনা ভয়ঙ্কৰ যন্ত্ৰটোৰপৰা ঘেঁৰেও-ঘেঁৰেও ধৰণৰ মাত এটা উলিয়াইছে। সেইটো তেনেহ'লে এটা বাদ্য-যন্ত্ৰই।

সি জালত মেৰ খাবলৈ ধৰা পহুটোৰ দৰে কাতৰ দৃষ্টিৰে আইনাৰ বেৰখনৰ সিফালে থকা মানুহগৰাকীলৈ চালে। মানুহগৰাকীৰ ওঁঠ দুটা লৰা দেখিছে, কিন্তু একো শুনা নাই। হঠাৎ ৰঙা লাইটটো নুমাই গ'ল আৰু ওপৰৰ চিলিঙত থকা স্পীকাৰেদি মানুহগৰাকীৰ কথাবাৰ বুলেট্‌ সোমোৱাদি তাৰ কাণত সোমাল—"গাওক।"

আকৌ ষ্টুডিঅ'ৰ ৰঙা লাইট্‌ জ্বলি উঠিল, পিছপিনৰ ঘেঁৰেও শব্দটোৱেও বিকট ৰূপ ধাৰণ কৰিলে। উভতি যন্ত্ৰ-শিল্পীজনলৈ চালে। তেওঁ মুখখনৰ ভঙ্গীয়ে ওপৰেদি অহা কথাবাৰকে বুজালে আৰু তেতিয়াও প্ৰফুল্লই ভূতেখৰা মানুহটোৰ দৰে চাই থকা দেখি অলপ কঠোৰ সুৰত ক'লে, "গাওক।"

আকৌ লাইট্ অন্ হৈ গ'ল, ওপৰৰপৰা নিৰ্দেশ আহিল—"ওঁ, পলম নকৰিব, গাওক, আৰু নেক্সট্ অডিচন আছে।"

প্ৰফুল্ল যেন এইবাৰ সাৰ পাই উঠিল, বহুত যুগ যেন সি কুম্ভকৰ্ণৰ দৰে শুই আছিল। লৰালৰিকৈ মাইকটোৰ মুখত মুখখন লগাই ক'লে—"গাওক ? মানে ? কি গাম ?"

আকৌ লাইট্ মুম্লাল। শব্দ আহিল—"মাইকত মুখ নিদিব, আঁতৰৰপৰা গাওক।"

জৰ ঘমাদি ঘামি উঠিল গোটেই মানুহটো। এইবাৰ বহা ঠাইৰ পৰা আটাহ পাৰি চিঞৰি ক'লে—"কিন্তু গাম কি ? মইতো গাব নাজানো।"

আকৌ লাইট্ অফ্। শব্দ আহিল—"যি জানে তাকে গাওক, ইমান আটাহ নাপাৰিব, মাইক ফাটি যাব।"

কমালেৰে আকৌ এবাৰ ঘাম মচি সি কমালখন চেপি দি জোকাৰি ল'লে, আৰু অতি কৰুণ সুৰত গুণ-গুণাই কোৱাদি ক'লে—"কিন্তু মই গানৰ একোকে নাজানো।"

আকৌ লাইট্ অফ্। "জানিব নালাগে। অডিচনহে। এফাঁকি-দুফাঁকি যি জানে গাই দিয়ক।"

"কিন্তু, কিন্তু মোকতো লিখি দিয়া নাছিল একাঁকি গীত শিকি আহিবলৈ, এনেয়ে কথা ক'লেই মাত পৰীক্ষা কৰা নহয় জানো ?"

ক্লিক্ অফ্। "এনেয়ে ক'লে নহয় দেখিছে আপোনাক গাবলৈ কোৱা হৈছে। সময় যাব। ইয়াৰ পিছত আৰু এমাহলৈ চান্স্ নাপায়। গতিকে আপোনাৰহে ক্ষতি। ষ্টুডিঅ' লাগিব এতিয়া। যি কোনো এটা গান, বাথৰুমত গোৱা গান এটা গাই দিলেও হ'ব।"

আকৌ ক্লিক্। "মোৰ প্ৰতিজ্ঞা আছে, বাথৰুমত মই গান নাগাওঁ। সৰুতে এবাৰ কুঁৱাৰ পাৰত গা ধুই থাকোঁতে মই গান এটা গাইছিলোঁ।"

ক্লিক্ অফ্। "সৰুকালৰ কথা পিছতো এদিন ক'ব, এতিয়া কিন্তু আপোনাৰ চান্স্ যাব।" ক্লিক্। চান্স্ যাব ? বাৰু, হিন্দী গানৰ

এটা ফাঁকি জানো, তাকে গালেই হ'ব নে? সেই যে 'মেৰে দিলনে লুকাৰে আজা ' আৰু পিছৰখিনি নাজানো—সেয়ে মুস্কিল।"

"হ'ব, হ'ব তাকে গাওক খৰধৰ কৰক।"

"বিহুগীতৰ এফাঁকি গালেও হ'ব নে? 'তোমালৈ চাওঁতে, জপনা দিওঁতে, বিন্ধিলে অঘয়া হুলে' "

কলিজাত দুয়োহাতে খামুচি চকুহাল বন্ধ কৰি লৈ বিহুগীতফাঁকি আৰম্ভ কৰিলে প্ৰফুল্লই।

মিচ্ বিম্বাধৰা চকীৰপৰা বাগৰি পৰিল, অৰ্থাৎ কাৰ্পেটৰ ওপৰত শুই শুই হাঁহিবলৈ ধৰিলে। কণ্ট্ৰ'লৰুম ইঞ্জিনীয়াৰে তৎক্ষণাৎ চুইচ্ অফ্ কৰি দিলে, এমুৰৰ এটা কমত বহি 'অডিচন টেষ্ট্' শুনি থকা এচিচ্‌টেণ্ট্ ষ্টেচন ডিৰেক্টৰে স্পীকাৰৰ চুইচ্ অফ্ কৰি, ধুম্‌ধাম্ কলিং বেল টিপিলে। খঙত গৰ্জি উঠিল তেওঁ বিযেৰাৰক, "ষ্টুডিঅ'ৰ ভিতৰলৈ মটৰ চাইকেল নিবলৈ দিছে কোনে?"

প্ৰফুল্লক আৰু ক'তো বিচাৰি পোৱা নগ'ল। এসপ্তাহৰ পিছত দীপকে তাৰ চিঠিৰপৰা বুজিলে যে সি জীয়াই আছে। লৰালৰিকৈ ৰেডিঅ' ষ্টেচনলৈ গৈ খা-খবৰ কৰি বুজিব পাৰিলে যে তাৰ বন্ধুৱে 'ভইচ টেষ্টত' ফেল কৰিছে আৰু তিনি মাহৰ পাছত দ্বিতীয় চান্স্ পাব। সি মিচ্ বিম্বাধৰাক গৈ ধম্‌কিৰ সুৰত সুধিলে—"কিয় মোৰ বন্ধুক অডিচনত ফে'ল কৰালে?"

"আপোনাৰ বন্ধু? মাই গড্। মোক কোৱা নাছিল কিয়?"

"চিপাহী, চন্দ্ৰবীৰ পাৰ্ট এটা কৰিব এদিন, তাকে আকৌ আপোনাক খাতিৰ কৰিব লাগিছিল নে?"

"অ' মাই গুড্ গড্। আপোনাৰ বন্ধুৱে গানৰহে অডিচন দিছিল, নাটক আৰু 'টক্'ৰ অডিচন পিছতহে লৈছিল, মিঃ দাসে লৈছিল।"

"গানৰ? ড্ৰামাৰ কাৰণে মাত্তি আনি আপোনালোকে জোৰকৈ মোৰ বন্ধুক গান গোৱালে? গ'ল আপোনাৰ চাকৰি। ডিস্কাৰেচন কৰাম তাৰ হতুৱাই ৰেডিঅ' ষ্টেচনৰ ওপৰত।"

"প্লিজ্, প্লিজ্ ৰ'ৰচোন, মই লাৰ্জাচ হৈ গৈছোঁ। আপোনাৰ বন্ধুৱে

গানৰ অডিচন দিবলৈ অহা নাছিল? তেনেহ'লে গানৰ অডিচনৰ সময়ত কিয় আহিছিল?"

"সেইটো একো অপৰাধ নহয়"—গৰ্জি উঠিল দীপকে,—"আপোনাৰ ডিউটি আছিল সুধি লোৱাটো। মোৰ বন্ধুৰ প্ৰতিজ্ঞা আছে গান নোগোৱাৰ। সকলোৱে এবাৰ কুঁৱাৰ পাৰত গান গাওঁতে "

"ৰ'বচোন, এড্‌জেক্টলি তেনে এটা সাধু তেওঁ কৈছিল কি কৈছিল কওকচোন।"

"এতিয়া আৰু কি হ'ব শুনি, তেতিয়াই মুশুনিলে কিয়?"

"মই সেইদিনা আপচেট হৈ আছিলোঁ। পোল্কৰজনমানৰ অডিচন লৈ নাৰ্ভ অভাৰ্‌ষ্ট্ৰেইনড্‌। কিবা এটা কৰক ভাই, মোৰ চাকৰি বাখক, প্লিজ্‌ প্লিজ্‌।"

"কৰিবলৈ কিটো আছে? তাক 'পাছ' কৰি দিয়ক, ড্ৰামাত পাট এটা দিয়ক, ক্ষমা খোজক। ভীষ্ম প্ৰতিজ্ঞা ভঙ্গ কৰাইছে তাৰ, সি যে ভাগ্যে চুইচাইড্‌ কৰা নাই ।"

---

## ॥ ভীম-বকাসুৰৰ যুদ্ধ ॥

'ভীমচৰিত' পুথিখন নপঢ়া অসমীয়া মানুহ নিশ্চয় কম ওলাব। ভীমে বকাসুৰৰ লগত যুদ্ধ কৰি বকাসুৰক বধ কৰিলে। আৰু দিনে এটাকৈ মানুহৰ মূৰৰ অম্বল খোৱা জিভাখন আজিলৈকে অকামিলা কৰি দিলে। এই ঘটনা ঘটিছিল পাণ্ডৱসকল কুন্তীৰে সৈতে জতুগৃহৰ-পৰা পলাই গৈ এঘৰ ব্ৰাহ্মণৰ ঘৰত আশ্ৰয় লোৱা সময়ত। ভীমহঁত তেতিয়া সৰু ল'ৰা বুলিবই পাৰি, আৰু বেছি ভাত খায় কাৰণেই মাকে সেইদিনা ব্ৰাহ্মণৰ ঘৰৰ বৰঙণিৰ বাব পৰাত তেওঁলোকৰ এক-মাত্ৰ পুত্ৰক ৰক্ষা কৰি ভীমকে আগবঢ়াই দিলে। ৰামসৰস্বতীৰ এই মৌলিক পুথিখন এতিয়াও যদি কোনোবাই পঢ়া নাই, তাৰ বাবে মই নিশ্চয় জগৰীয়া নহওঁ কিয়নো, এই পুথিখনৰ আধুনিক ৰকেটৰ যুগতো যে এনে প্ৰয়োজনীয়তা আছি পৰিব পাৰে, এই কথা স্বয়ং ৰামসৰস্বতীয়েও কল্পনা কৰিব পৰা নাছিল আৰু এই প্ৰয়োজনীয়তাৰ উদ্ধাৰকস্বৰূপে ময়ো ৰামসৰস্বতীৰ লগতে চিৰস্মৰণীয় হোৱাৰ আশা ৰাখিলোঁ।

পেটেণ্ট্ বা স্বত্বসংৰক্ষিত কৰি ধনী হোৱাতকৈ বিপন্নসকলৰ সহায়ৰ কাৰণে এই প্ৰয়োগ প্ৰণালীটো আগবঢ়ালোঁ :

উপকৰণ বা সঁজুলি : দুটা বা তিনিটা ল'ৰা-ছোৱালী—যাৰ উৎপাতত চুবুৰীয়ায়ো ত্ৰাহি মধুসূদন দেখি থাকে। বয়স আঢৈ, তিনি, চাৰি বা তিনি, চাৰি, পাঁচ। এখন ডাঙৰ পালেঙি, অলপ তুলা বা কপাহ। সময় : সিহঁতৰ ভোজনৰ পিছত শোৱাৰ আগৰ সময়খিনি, অথচ আপোনাৰ ভোজনৰ বাবে তেতিয়াও এক-ডেৰ ঘণ্টা বাকী। আপোনাৰ লগত ল'ৰা-ছোৱালীৰ সম্পৰ্ক : যি কোনো সম্পৰ্কই হ'ব পাৰে, দদাই, পেহা, মহা, মোমাই। মাকে তেতিয়া ক'ব, 'যাচোন মা আমনি নকৰিবি, খুৰা বা মহাই যি ধুনীয়া সাধু ক'ব, শুনি শুনি শুই থাকগৈ।'

আৰু যদি আপুনি পিতা স্বৰ্গ, পিতা ধৰ্ম্ম-জাতীয় প্ৰাণী হয়, তেন্তিয়া ক'ব—"গ'লি নে? লুচি ভজা খলাবে পিঠিব ছাল যাব। দেউতাৰেনো কি কৰিছে, বহি বাহ কিতাপছে পঢ়িছে বা গাজাহে পিটিছে, তইঁতক সাধু এটা কৈয়ো শুনাব নোৱাৰে নে? মই অকলে অকলে কেঁচা খৰি ফুৱাই ।" থাওক মই নো আৰু গোটেইখিনি কৈ দিব লাগিব নে? আপুনি নিজেই জানে।

আনহাতে, পিতৃদেৱতা আপুনি, দেৱতাৰ দৰেই হয়তো আপুনি এখন ৰেডিঅ' নাটক শুনিবলৈ আৰম্ভ কৰিছে, বা আধাপঢ়া ডিটেক্‌টিভ্ নভেলখন শেষ কৰিবলৈ আপোনাৰ মনে হাহাকাৰ কৰিছে, বা সঁচাকৈয়ে ভাগৰ লগাত শুই শুই এটা চিগাৰেট হুপিবলৈ ইচ্ছা কৰিছে। নিৰুপায় অৱস্থাত আপুনি অধৈৰ্য্য নহৈ তিনি-চাৰিটা সাধু পটাপট্ শেষ কৰি পেলালে। তাৰ পিছত আপুনি বেদনাজড়িত দৃষ্টিৰে দেখিলে যে শ্ৰোতামণ্ডলীৰ চকুবোৰ একোটা আমৰা বা পিং-পং বল হৈ পৰিছে। নতুন নতুন সাধু শুনাৰ আনন্দত সিহঁতৰ টোপনিয়ে যেন চকু মেলি লৈ সিহঁতৰ ওচৰত বহি ল'লে আৰাম কৰি।

"আৰু এটা, আৰু এটা, ইমান টিলিকা-টিলিক সাধুবোৰ কৈছে। মস্ত ডাঙৰ এটা, ই-মা-ন মস্ত।"

আপুনি তেন্তিয়া সিহঁতক বুজাবলৈ নাযাব যে পিছদিনা আপুনি কিতাপত পঢ়ি এক কিলোমিটাৰ দীঘল (আপোনাৰ হাত জুখন যিমান মেলিব পাৰে) সাধু এটা, পাঁচটা, দহটা কৈ দিব, গতিকে আজি শুই থাওক। কাৰণ এক নম্বৰ কেঁটকলিটোৱেই প্ৰথমতে বাজনা আৰম্ভ কৰিব, ভেঁ ভেঁ ভেঁ··· ভঁ

বাকী দলটোৱে 'মা আমাক সাধু নকয়, মিছায়ে পঠিয়াই দিলা আ ·আঁ· ·া · ।'

যদি খোৱা মানুহ আপুনি, আপোনাৰ প্ৰতি কাৰো সহানুভূতি নাথাকে, মনত ৰাখিব। আপোনাৰ যে কোমৰি কাটি গৈছে, তিতা তৰকাই সৰস্বতী পুজাৰ কটীৰ দৰে হৈ পৰিছে, হাতৰ অলাবলৈ লোৱা

চিগাৰেটটো কচাইখানাত বান্ধি থোৱা ছাগলীটোৰ দৰেই হতাশ হৈ ৰৈ আছে। সেইবিলাকলৈ চকু দিওঁতা কোনো নাই।

এনে এক সংকটকালত আপোনাক ত্ৰাণ কৰিব এনে এটা সাধুৱে, য'ত আছে নাটকীয়ত্ব, অৰ্থাৎ একুচন্, যাৰ বাবে আপোনাক ডাঠ তুলীযুক্ত ডাঙৰ পালোঙখনৰ প্ৰয়োজন, য'ত আছে নাটকীয সকাহ বা ড্ৰামাটিক্ ৰিলিফ্—অৰ্থাৎ ভাগৰ মৰা আৰু ফাকতে চিগাৰেটটো জ্বলোৱাৰ অৱসৰ, আৰু আছে 'চাচপেন্স্'—অৰ্থাৎ উৎকণ্ঠাত কি হ'ব, কি হ'ব ভাবি থাকোঁতেই শ্ৰোতামণ্ডলীয়ে ভেঁ কাৰবলৈ পাহৰি থকা সময়কণ, আৰু শেহত আছে ডিন্‌ম্নেণ্ট—অৰ্থাৎ এক নম্বৰ শ্ৰোতা শুই পৰা, দুই নম্বৰৰ চকু মাৰ্বল গুটি এটামানৰ আকাৰলৈ সংকুচিত হোৱা, তিনি নম্বৰৰ দুটামান হাঁমি, আৰু এৰিষ্টটলৰ যদি ভক্ত হয়, তেনেহ'লে আপোনাৰ কাৰণে আছে—'কোথাৰচিচ, অৰ্থাৎ ঠাইতে কাপোৰ জাপি (জাৰকালি হ'লে) বা আঠুৱা পেলাই দি হাঁহি হাঁহি নায়কৰ প্ৰস্থান, ধূমপান, আগাধা কুষ্টি চৰ্ব্বণ বা দস্যু ভাস্কৰখনো ল'ব পাৰে।

এই সকলো গুণধন্য কাহিনীটোৱেই হ'ল ভীম চৰিতৰ ভীম-বকাসুৰৰ যুদ্ধ। আপুনি ৰামসৰস্বতীক ক্ষমা খুজি যথেষ্ট স্বাধীনতা ল'ব আৰু আৰম্ভণিতেই, অৰ্থাৎ শ্ৰোতামণ্ডলীয়ে দ্বিতীয়বাৰৰ চিঞৰৰ কাৰণে মুখৰ পজিচন লওঁতেই আপুনি ভীমক বামুণৰ ঘৰৰপৰা নি চিধা বকাসুৰৰ পাকঘৰত লোৰ শিকলি লগাই বান্ধি পেলাব। এক নম্বৰটোৰ হাত দুখনতে ইয়াক কাৰ্যকৰী কৰিবলৈ চেষ্টা কৰিব, যাতে আপোনাৰ গুণৰ প্ৰতিকাৰস্বৰূপে তাৰ হাতখনেও দুখ পাই যায়। সি কেতিয়াও নাকান্দে, কিয়নো সি বা তাই জানে যে আচলতে ভীমৰ হাতখনেহে শিকলিৰ বান্ধত দুখ পাইছে। তেনেকৈয়ে কিছু সময় ভীম পৰি থাকিব। অৰ্থাৎ এক নম্বৰক পাঁজৰত হেঁচা দি দুই মিনিটমান শান্তভাৱে থাকিবলৈ আৰু ভেঁ নকৰিবলৈ শিক্ষা দিব। দুই-তিনি নম্বৰে তেতিয়া উচ্চহাস্য কৰিব ভীমৰ দুৰৱস্থা দেখি।

হঠাৎ আপুনি চিগাৰেটটো জ্বলাই ল'লে। ইয়াৰ পিছত ভীমে

বকাসুৰৰ খানচামাই মিউনিচিপালিটি বাস্তাৰ কাষৰ শিলগুটিৰ দৰে
হ'বাই খোৱা মাছ, মঙহ, পোলাও, কালিয়া, বোই, ৰসগোল্লা, জেলেপি,
চম্‌চম্, পকামিঠৈ (আৰু মিষ্টান পাৰে লিষ্টখন দীঘল কৰক) আদিৰ
পাহাৰবোৰত প্ৰচণ্ড আক্ৰমণ কৰি দিব। আপুনি নিজে তুবাবজান
খাই দেখুৱাৰ পিছত দেখিব যে এইমাত্ৰ উগাৰি খাই অহা শ্ৰোতাৰ
দলটোৱেও জিভাৰ পানাৰে চোলা তিয়াই পেলাইছে আৰু হয়তো
আহাৰৰ তালিকাত নিজৰ প্ৰিয় খাদ্যটোও যোগ দি গৈছে, যেনে, চেনি,
লুজেন, চানাচুৰ । এইটোৱেই আপোনাৰ চিগাৰেটত প্ৰাণটাকি
ছুহোপা দিয়াৰ সময়

ইয়াৰ পিছতে বকাসুৰৰ প্ৰৱেশ ঘটিব। ভীমৰ বেয়াদপিত
দপদপাই উঠিব বকাসুৰ। এই স্থলতে আপুনি হেঁচি খোৱা থংটোও
সিহঁতৰ ওপৰত জাৰক। মনত ৰাখিব, অলপ কেটেহাই মাজিলেই
ভেঁ কৰি মাকক গোচৰ দিয়া এই বজ্জাতৰ দলটো। অথচ সিহঁতে
এতিয়া মিচিক্ মিচিক্ হাঁহিছে থাকিব। কাৰণ, বকাসুৰেহে ভীমক
গজিছে, আপুনিতো সিহঁতক গজ্জা নাই।

তেতিয়া—

‘ভ মে বোলে শুন শুন অ'ৰে বকাসুৰ ভাই
মই ভাত খাওঁ তই থাক বাট চাই।’

বকাসুৰ ভাইহঁতক বাট চাই থাকিবলৈ দি আপুনি চিগাৰেটটো
শেষ কৰক।

অৱশ্যে আচল বা নকল কোনো বকাসুৰেই বেছি সময় বাট চাই
নাথাকে। গতিকে ভীমে মুখ ধুই মুহুদি কৰিব, উগাৰ মাৰিব, এবাৰ
খলখলাই হাঁহিব, ‘অলপ জিৰাই ল'বলৈ দে ভাই বকাসুৰ’ বুলি
খন্তেক আৰাম কৰিব। বুজিছেই নহয় আৰামটো কেনেকৈ কৰিব?
চিধা লম্বা দি শুই লওক।

এতিয়া নাটকখনে তৃতীয় অঙ্কত প্ৰৱেশ কৰিলে। এয়েই নাটকৰ
শীৰ্ষবিন্দু বা ক্লাইমেক্স্। বকাসুৰে এতিয়া টিঙিৰি তুলা হৈ ভীমৰ
গালত ( মুখত বা নাকত ) মাৰক এক কুইণ্টল বক্সিং। আপুনি

অৱশ্যে আটাইতকৈ ধুৰন্ধৰ শ্ৰোতাজনৰ মুখতে এই বক্সিং মাৰিব লাগিব, মাত্ৰ সাৱধান আপোনাৰ আঙুলিকেইটা যেন ভাঙি নযায়। কাৰণ, সেই হাতেৰেই আপুনি আৰু বহুত যুদ্ধ কৰিব লাগিব। ঘোঁচা খাই ভীম বহুদূৰলৈ বাগৰি বাগৰি গৈ থাকিব, অৰ্থাৎ ভীমৰ হৈ আপুনিয়ে সেই কাৰ্য পালেঙিৰ ওপৰত কৰিব লাগিব, আৰু শ্ৰোতাৰ দলটোক কোনো পাকত হেঁচা মাৰি শুৱাই দিবলৈ চাব। নহ'লে সিহঁতেও আপোনাক অনুসৰণ কৰাৰ শঙ্কা বিদ্যমান।

এতিয়া ভীম আৰু বকাসুৰৰ আচল যুদ্ধ। হুঃ হুঃ, হাঃ হাঃ, ধাপ্-ধুপ্ ধমহ্-ধম্। অৰ্থাৎ গাঁৰুবিলাক।

তুলাখিনিৰ ব্যৱহাৰৰ সময় আহি পৰিল। আপোনাৰ দুইখন কাণত এনেভাৱে গুজি লওক যাতে আখলৰপৰা অহা বিস্ফোৰণৰ শব্দই কাণ-মাদলৰ একো ক্ষতি নকৰে।

"এনেকৈ ল'ৰা-ছোৱালী ওমলায় নে? এই মুনিহ মানুহবিলাক কোনো কামৰ নহয়। সেইখন বিচনা হৈ আছে নে? গ'ল এইখন তুলী, গ'ল সেই কেইটা গাঁৰু। বিচনাৰ ওপৰত ট্ৰেক্টৰ চলিছে নেকি?"

আপোনাৰ যদি জন্মৰপৰাই অলপ কাণ-গধুৰা হয়, তেন্তে ভালেই। এনেয়েও বিয়াৰ পিছত সকলো পুৰুষেই কাণ-গধুৰা হোৱাই কৰ্তব্য।

যুদ্ধখন কিছু সময় নেপথ্যত চলি থাকিবলৈ দিয়ক।

এবাৰ ছেগ বুজি ভীমে বকাসুৰৰ ভৰিত ধৰি আকাশলৈ ফৰ্মুটি মাৰি পঠিয়াব (টেষ্টত দেখুউৱা অসম্ভৱ)। বকাসুৰ ফুটবলটোৰ দৰে ওপৰলৈ গৈ গৈ মানে গৈয়েই থাকিল। দেখিব শ্ৰোতাবৃন্দই দিব্য চক্ষুৰে বকাসুৰক আকাশখনো পাৰ হৈ যোৱা দেখিবলৈ পাইছে। অসুৰৰ খুন্দা খাই কিমান যে তৰা চূৰ্ণাকৃত হ'ল কোনে গণি কৰে!

'জোনটোত খুন্দা মৰা নাছিল নে?'—কোনোবা এটাই সুধিবই।

'ভাগ্যে জোনটো আগতে পলাল।'

শ্ৰোতাৰ দলে ইতিমধ্যে ভালদৰে বহি লৈ ক্ৰিকেট বলৰ দৰে চক্ষুৰে বকাসুৰ ধমহ্ কৰে মাটিতে পৰালৈ বাট চাই থাকিব।

আপুনি নিশ্চিন্ত মনে শুই লওক। আৰু গৃহিণীৰ জগত যদি আপোনাৰ সম্বন্ধ ছাত্ৰ-নিৰীক্ষকৰ সম্পৰ্কৰ দৰে হৈ থকা নাই, তেনে-হ'লে আধাকাপ চাহৰ প্ৰয়োজনীযতাটো ৰেডিঅ'ৰ ঘোষকৰ সুৰত জেনিযাই কৈ দিব পাৰে। যদিহে গৃহিণীয়ে প্ৰেছাৰ-কুকাৰটো নিজৰ মূৰতে বহুৱাই থোৱ দেখে, তেনেহ'লে সেপ ঢুকি বকাসুৰক অনাৰ ব্যৱস্থা কৰকহি।

নিউটনৰ জন্ম নাহোৱা হ'লে বকাসুৰ অৱশ্যে গৈয়েই থাকিল-হেঁতেন। এতিয়া 'আধাৰ শক্তিয়ে' তাক টানি আনিবই। (স্বৰ্গীয় ৰাধানাথ ফুকনদেৱে দি থোৱা এই সুন্দৰ শব্দটোৰ সলনি আমি মাধ্যাকৰ্ষণ শব্দটো হে ব্যৱহাৰ কৰোঁ)।

আপোনাৰ আৰাম কিন্তু নাভাগে, ভয় নাই। কাৰণ, বকাসুৰ যিমান ওপৰলৈ গৈছিল, মাটিত পৰিও সিমান তললৈ গৈ পাতাল ফুটাই দিবগৈ। আপুনি চাৰিওফালে গাঁৰুৰ গড় মাৰি লোমাই লওক।

এই অবস্থাত কোনো সহৃদয়া গৃহিণীয়ে হাতত চাহ আধাকাপ লৈ আহি বিচনা আৰু গাঁৰুৰ দুৰ্দশাত চাহখিনি চিধা আপোনাৰ মুখত ঢালি দিব পাৰে। ভয় নাই, আপোনাৰ সহৃদয় শ্ৰোতামণ্ডলীয়ে আপোনাক ৰক্ষা কৰিব।

এইবাৰ আচল যুদ্ধ, খাঁটি যুদ্ধ, বিয়েল ফাইট, প্ৰচণ্ড যুদ্ধ। বকাসুৰৰ ঘোঁচাত ভীম লুটি খাব শ্ৰোতাৰ দলক শয্যাশায়ী কৰি গাঁৰু বা লেপেৰে হেঁচা মাৰিব। আৱশ্যক দেখিলে ভীমকো এবাৰ বকাসুৰৰ গোৰত আকাশলৈ পঠিয়াই দিব। আৰু 'প্ৰয়োজন আহি পৰিলে' তৎক্ষণাৎ বকাসুৰক মাৰি পেলাওক। নৰ'বই! বকাসুৰৰ দাঁত নিকট খাব, চকু জাপ যাব, নাকে ঘোঙাব, মানে বুজিছেই নহয় কি কৰিব লাগিব?

---

## ॥ প্ৰাগৈতিহাসিক ॥

নতুন নতুন বিষয়ৰ শ্ৰেণী খোলাৰ লগে লগে আমাৰ কলেজৰ তৰুণ অধ্যাপকৰ দলটো শকত হৈ পৰিল। প্ৰায়বিলাকে এইখন কলেজতে পঢ়ি যোৱা আৰু ইউনিভাৰচিটিৰ ভাল পৰিচন পোৱা, আৰু প্ৰত্যেকে কেৰম, বেডমিণ্টন, ভলিৰ চেম্পিয়ন। আমি চিনিয়ৰ-সকলৰপৰা বেলেগকৈ এটা কমন ৰুম ঠিক কৰি ল'লোঁ। অৰ্থাৎ পুৰণা ৰুম এটাৰ মকৰাজাল আদি চাফাকৈ ল'লোঁ। 'গে'ম মাষ্টৰ' অধ্যাপক বৰুৱাই মামৰে ধৰা কেৰম ব'ৰ্ড এখন যোগাৰ কৰি দি ক'লে, "ব'ৰ্ড যেনেকুৱাই নহওক, ভাল প্লেয়াৰে ভাতে পকেট কৰিব পাৰিব। নতুন প্লেয়াৰৰ কাৰণেও ভাল, ডবল ফাইন হোৱাৰ ভয় নাথাকে।"

আমাৰ 'অফ্ টাইম'বিলাক 'নাইচ', লাভ্লি', 'ডবল ফাইন', 'ড্ৰ', 'টেন্‌ত্ৰেণ্ট্' আদি চিঞৰেৰে ভৰি পৰিল।

ইয়াৰ পিছত আৱিষ্কাৰ হ'ল যে কেৰম ব'ৰ্ডখন মানুহৰ আদিম লগৰীয়া। ই বিভিন্ন যুগত বিভিন্ন ৰূপত মানুহৰ অৱসৰ বিনোদনৰ সঙ্গী। তাহানি পঞ্চপাণ্ডৱ বনলৈ যাওঁতে নিশ্চয় পাশাখেলৰ চালখন লগত লৈ গৈছিল। তাৰমানে কেৰমখনকে লৈ গৈছিল। ৰাম-সীতাই বনত পাশা খেলিছিল, কেৰম ব'ৰ্ডখন থকা হ'লে চিংগল খেলিলে-হেঁতেন। গতিকে প্ৰত্যেক মানুহে জন্মৰ লগে লগে কেৰমৰ গুটি এটা হাতত লৈ জন্মগ্ৰহণ কৰে। সংসাৰৰ পাকচক্ৰত পৰি কাৰোবাৰ হাতত টাং-গুটি, বিন্‌গুটি, বেট, ৰকেট আদি ৰূপ লয়।

আমাৰ 'গে'ম মাষ্টৰ' (প্ৰফেচাৰ ইন্‌চাৰ্জ অব্ গে'মচ, আমি তেখেতক 'গেম্ মাষ্টৰ' বুলি মাতিলে খং উঠে) বৰুৱা আৰু চায়েন্সৰ শ্ৰীবৰ্মনে বোলে হাতী-দাঁতৰ ষ্ট্ৰাইকাৰ এটা লৈ জন্মগ্ৰহণ কৰিছিল।

যি নহওক, আমাৰ সুকীয়া কমন ৰুমত ডেকা প্ৰফেচাৰসকলৰ

মাজত বিলেম্নেচন আৰম্ভ হ'ল। তিনিটামান লেক্চাৰ দি, জিভাৰ ছাল ছিঙি বা প্রেক্টিকেল কৰাই হেলাই-হেকাই সোমাই আহোঁ, প্রত্যেকৰে হাতত চাহৰ কাপ বা ভাৰোল বা চিগাৰেট, আৰু চাৰিজনে 'পোনপটীয়া বিলেম্নেচন' আৰম্ভ কৰিলেও বাকীবিলাকে কৌৰৱ-পাণ্ডৱ যি কোনো এটাৰ পক্ষ লৈ, নিজ নিজ পক্ষৰ জিন্দাবাদ দি 'ভাইকেৰিয়াছ বিলেম্নেচন' লয়।

খেলুৱৈসকলে প্রথমে মুখখনত হাঁহি এটা লৈয়ে ষ্ট্রাইকাৰত হাত দিয়ে যদিও মনে মনে প্রত্যেকেই বিপক্ষক 'নিজ' দিয়াত দৃঢ়প্রতিজ্ঞ। ব'র্ড আগবাঢ়ি যোৱাৰ লগে লগে প্রত্যেকৰে হাঁহিমুখ গামোঠা হ'বলৈ আৰম্ভ কৰে, কপালৰ গাঁঠি থ্‌প খায়, চকু ঘোপা হয়, মুখ বণ্ডা পৰে, লগে লগে নিজ পাৰ্টিৰ লোকসকলৰো মুখত হুবহু প্রতিক্রিয়াৰ সৃষ্টি হয়।

যি যেতিয়াই 'অফ্' পায়, এজন এজনকৈ খেলুৱৈসকল 'প্রৱেশ' কৰে। সোমাই অহা সুবুলি 'প্রৱেশ কৰা' বোলাই ভাল—কাৰণ কমটোত প্রত্যেকেই প্রথমে চকু দুটাহে সুমুৱাই দিয়ে কিজানি এটা 'চৌট' ভেওঁৰ কাৰণে আশা পালি বৈ আছে।

যি নহওক, আমাৰ বিলেম্নেচনবিলাক এইদৰে জয়-পৰাজয়ৰ হাঁহি-কান্দোনৰ মাজেদি সুকলমেই পাৰ হৈ গৈছিল। আমি প্রায়বিলাকেই অবিয়াহিত ডেকা, দুই-এজনে বিয়া কৰালেও আমাৰ লগত 'ডেকা' হৈ পৰিল, গতিকে মোৰ চিন্তাকাজাক দি নিশ্চিন্ত থাকিব পাৰিছিলোঁ। কিন্তু ভগৱানে কেনেকৈ গম পালে জানো, কোন মহাভক্তই খবৰ দিলে, আমাৰ এই সুখ সহ্য কৰিব নোৱাৰিলে। এদিন তেওঁ পঠিয়াই দিলে পলিটিকেল চায়েন্সলৈ এগৰাকী নতুন অধ্যাপিকা, মিচ লাহতী হাজৰিকা। তেওঁ ইউনিভাৰচিটিৰপৰা, গতিকে কেৰম ব'ৰ্ডৰপৰাও পোনে পোনে আহিছে, গতিকে হাতত ষ্ট্রাইকাৰ বহুৱা থাকটোও লৈ আহিছে। স্মাৰ্ট মিচ্ হাজৰিকাই দ্বিতীয় দিনাই কেৰম খেলখন আৱিষ্কাৰ কৰিয়ে মন্তব্য দি পেলালে:

"এ, আপোনালোক পুৰুষ মানুহে কি কেৰম খেলিব, পুৰুষে জানো

ভিবোতাৰ দৰে চাহ-ভাণ্ডৰ জঞ্জাল মাৰিব পাৰে ? জিয়ক ট্ৰাইকাৰ, আৰু আপোনালোকৰ ওস্তাদজনকেই মই চেলেঞ্জ্ দিছোঁ।”

আমাৰ কাবোবাৰ মুখৰ চিগাৰেট সৰি পৰিল, ব’টানিৰ গোস্বামীৰ তামোলৰ লগত খাবলৈ লোৱা মুখৰ চাধাকণ মুখৰপৰা জঁাপ মাৰি মাটিত পৰিল, ফিজিক্সৰ বৰা, জিওগ্ৰাফীৰ নাথৰ কাণ-মূৰ ৰঙা পৰিল, ফিজিক্সৰ শৰ্মা আৰু এডুকেশ্যনৰ বৰাৰ হাতত লৈ থকা কাপৰ ভিতৰৰ চাহখিনিয়ে তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে।

“ঠিক আছে, ময়ে চেলেঞ্জ গ্ৰহণ কৰিলোঁ, পিছত বৰ বৰ সকলৰ লগত খেলিব”—মই চাহৰ কাপ থৈ আগবাঢ়িলোঁ। সহপাঠী বন্ধু গেম মাষ্টৰে পিছফালৰপৰা মোৰ কলাৰটোত টান মাৰি ক’লে, “থাক থাক, মিঃ ইক’নমিক্স, তই প্ৰথমে অকলে খেলি হাতটো পোনাই ল। আজিয়ে আনৰ আগত লাজ লঘু হ’ব নালাগে।”

মোক বন্ধুইঁতে মিঃ ইক’নমিক্স বুলি মাতে। ইক’নমিক্সৰ লেকচাৰাৰ বুলিয়ে নহয়, মই হেনো বৰ কৃপণ, ‘ৰবিক’ৰ পেকেট এটাও কিনি পোৱা নাই। অৱশ্যে ইক’নমিক্সৰ দৃষ্টিভঙ্গীৰে মই কেৰম খেলখনকে অলাভজনক বুলি মত দিছিলোঁ প্ৰথমতে। ৰবিক পাউডাৰ কিছুমান কেৰমৰ মুখত ৰঁাহি দিয়াটো সম্পূৰ্ণ অপব্যয় বুলিযে ভাবোঁ।

গেম মাষ্টৰ বৰুৱাই হাকিমক চকুৰে ইঙ্গিত দিলে। ফিজিক্সৰ উমেশ শৰ্মা, গেম মাষ্টৰ—এইসকলে প্ৰথমে নিজ নিজ তলতীয়া সেনাপতিসকলক যুদ্ধলৈ আগুৱাই দিয়, এয়ে যুদ্ধক্ষেত্ৰৰ নিয়ম।

বুকু ফিন্দাই, হাঁহি হাঁহি, অধ্যাপক হাকিম আগবাঢ়ি গ’ল। এই কেইদিন তেওঁ প্ৰায়ে হাঁহি থাকে, প্ৰেক্টিকেল ক্লাছতো ছাত্ৰক নবকে, কাৰণ সাতদিনৰ পিছতে বিয়া। হাঁহি হাঁহি আগবাঢ়ি গ’লেও আমাৰ তেওঁক বলিৰ পঠাটো যোৱাৰ দৰে লাগিছিল। বিয়ালৈ এসপ্তাহ থাকোঁতে কোনো পুৰুষে এনে মাৰাত্মক চেলেঞ্জ্ গ্ৰহণ কৰা উচিত নহয় বুলি কেৰমৰথিসকলে কয়। আল্লাই নকৰক—যদি হাৰি যায় ? যদি বেয়াকৈ হাৰে ? যদি ‘নিল’ খাব লগা হয় ? আৰু ভাবিব নোৱাৰি চাৰিওফালটো নীলা হৈ পৰে।

আৰম্ভণিতে 'টছ্'ত জিকি হাকিমে ষ্ট্ৰাইকাৰ হাতত লৈ আন সহজন প্লেয়াৰে পেটত অকণ অকণ ভয় লাগিলে যিদৰে কৈ লয়,— অৰ্থাৎ, আজি হ'লে মই নথ কাটি আছিছোঁ দেই মিচ্ হাজৰিকা, এনেকৈ চেলেঞ্জ্ একচেপ্ট্ কৰিবলগীয়া হ'ব বুলি ভবা নাছিলোঁ। নতুন অধ্যাপিকাৰ মুখত ইমান সময় সেই তাচ্ছিল্যৰ হাঁহিটোৱে খেলি আছিল, পুৰুষ এজনে চাহ কৰা চাই চাই যিটো হাঁহি চিৰকালেই নাৰীজাতিয়ে প্ৰয়োগ কৰি আহিছে।

প্ৰথম ষ্ট্ৰাইকতে তিনিটা গুটি পকেট কৰি 'ৰেড'ক নি নিজ সৈন্যৰ বেষ্টুৰ মাজত আবৰি ৰাখি হাকিমে জয়ৰ সূচনা কৰিলে আৰু আমাৰ আনন্দ বঢ়ালে। দ্বিতীয়বাৰত 'ৰেড' নিজৰ কৰীয়া কৰি এটা গুটি পকেট কৰিলে। তৃতীয়বাৰত 'ৰেড'ক বন্দী কৰি পিছতে এটা সৈন্যৰ এচক'ৰ্টত শিবিৰলৈ পঠিয়াই দিলে। মুঠতে ষ্ট্ৰাইকাৰটো মিচ্ হাজৰিকাৰ হাত পাওঁতে ব'ৰ্ডত কলাৰ ৰাজত্ব আৰু দুটা শ্বেতাজক সিহঁতে দঢ়ভাৱে পৰিৱেষ্টিত কৰি ৰাখিছে। অবশ্যে ষ্ট্ৰাইকাৰৰ খুন্দাত সিহঁতক ছত্ৰভঙ্গ কৰি এটাক উদ্ধাৰ কৰিলে প্ৰথমবাৰত আৰু পিছৰ এবাৰত সিটোকো পকেট কৰি ৮ পইণ্ট লৈ হাকিম জিকিল। আচৰিত কথা মিচ হাজৰিকাৰ সেই তাচ্ছিল্যৰ হাঁহিটো একেদৰেই থাকিল, মাত্ৰ 'ট্ৰায়েল গান' বুলি সুন্দৰ ব'ৰ্ডখন ট্ৰায়েল কৰি পেলালে। দ্বিতীয়বাৰ আকৌ হাকিমে ষ্ট্ৰাইকাৰ ল'লে। কিন্তু সামান্যভাৱে কাতি হোৱাত 'হিট'টো অলপ বেয়াকৈ লগাৰ ফলত বিপক্ষৰ বহুত গুটি ওলাই গ'ল। ইয়াৰ পিছৰ চাৰিখন ব'ৰ্ডৰ কাহিনী অতি ট্ৰেজিক্। চাৰি ব'ৰ্ডত আঠাইশ পইণ্ট লৈ হাকিমক 'নিল' দিয়ে এতিয়া। নাৰ্ভাচ হাকিমে বাৰে বাৰে 'ডবল ফাইন' ভৰিবলৈ ধৰিলে। অপূৰ্ব দক্ষতাৰে মিচ্ হাজৰিকাই পঞ্চম ব'ৰ্ডখনত নিজৰ শেষ সহজ গুটিটো পকেট কৰিবলৈ ষ্ট্ৰাইকাৰ টোঁৱাই লৈ ক'লে, "আপোনাৰ বোলে সোনকালে বিয়া, গতিকে নিল নিদিওঁ," বুলি ইচ্ছা কৰি ডবল ফাইন এটা কৰি পেলালে।

"নাই, আজি নথ কাটিছোঁ" বুলি আঙুলিটো টেবুলৰ চুকত

ইমান জোৰেৰে মাৰিলে যে টেবুলৰ চুক এটা উফৰি গ'ল ( বুলি আমাৰ ধাৰণা হৈছিল )। তাৰ পিছত "আজি হাৰিলো বাৰু, আৰু এদিন" বুলি ষ্ট্ৰাইকাৰ এৰি চিধা ফাৰ্মাচিত গৈ আঙুলিটোত আয়োডিন লগালেগৈ।

ইয়াৰ পিছত শৰ্মাৰ হাতত আঠাইশ পইন্ট পাই মিচ্ হাজৰিকা হাৰিল যদিও আমাৰ সকলোৰে বুকু কঁপি উঠিল। বহুত ভাবি গেম মাষ্টৰ বৰুৱাই সেইদিনা নেখেলিলে। খেলা হ'লে অৱশ্যে আমাৰেই দুৰ্নাম হ'লহেঁতেন। যি কি নহওক, সেইদিনাৰপৰাই মিচ হাজৰিকাৰ ওপৰত আমাৰ ঘৃণা আৰু প্ৰতিশোধৰ স্পৃহা প্ৰৱল হৈ পৰিল। আমাৰ মাজত যি অকণ অহঙ্কাৰৰ ভাব আছিল, বা যি কেইজন চেম্পিয়নে বুকু ফিন্দাই আমাৰ মাজত ঘূৰি ফুৰি আমাক সততে কুটা হেন জ্ঞান কৰিছিল, সেইদিনাৰপৰা সকলো দূৰ হ'ল। কেনেকৈ সকলোৰে সহযোগত এই নতুন অধ্যাপিকাগৰাকীক নিল খুৱাই দিব পাৰি সেয়ে হ'ল আমাৰ সকলোৰে ধ্যান, ধাৰণা আৰু প্ৰাৰ্থনাও।

এদিন বজ্ৰপাত পৰিল আমাৰ সকলোৰে মূৰত। গেম মাষ্টৰ বৰুৱাই মিচ্ হাজৰিকাৰহাতত, নিল নাখালে, কিন্তু বাজহাড ভগাকৈ হাৰি গ'ল।

আমি প্ৰত্যেকে হতবাক্ হৈ উশাহ ল'বলৈ পাহৰি গৈছিলো, এনেতে আমাৰ চিনিয়ৰ প্ৰফেচাৰ হিষ্ট্ৰ'ৰিৰ 'হেড' গোহাঁয়ে কাহ ছুটামান মাৰি "কিহে তোমালোকেনো টুক্-টাক্ সদায় কি খেলিবলৈ লৈছা" বুলি সোমাই আহিল। গোহাঁই চাৰৰ আমি কেইবাজনো ছাত্ৰ আছিলো, যি কেইজন ছাত্ৰ নাছিল, চিনিয়ৰ কাৰণে সকলোৱে আমাৰ লগতে চাৰ বুলি সম্বোধন কৰিছিল। তেখেতৰ উচ্চাৰণবিলাক অনু-নাসিক। বয়স ৪২/৪৫-ৰ ভিতৰতে যদিও শকত হোৱা কাৰণে বয়সস্থ যেন লাগে, আৰু জলহকৈ কাপোৰ-কানি পিন্ধি ঘেঁহাই ঘেঁহাই এঘাৰ কথা কয় কাৰণে ৰবকৈ কথা পাতিবলৈ ভয় লাগে। প্ৰত্যেক ঘটনা বা কথা'ৰ তেখেতে ঐতিহাসিক তাৎপৰ্য বিচাৰ কৰে কাৰণে এৰ 'ৰবিং'—আমনি লগা আমাৰ কাৰ ণ।

আমি চিগাবেটবিলাক জোতাব ভলত থৈ মোহাবিলোঁ। গোহাঁই চাবে মোব হাতবপবা ষ্ট্ৰাইকাবটো লৈ ক'লে, "চাওঁ মিঃ ইক'নমিস্ট্ (হায়! চাবেও জানে)। ষ্ট্ৰাইকাবটো দিয়াচোঁন। তাঁহানি দুই-এদিন হোটেলত থাকোঁতে মযো টুক্-টাক্ কৰিছিলোঁ, ব'ৰ্ডাববিলাক থৈতিয়া সংকিয়া ফুবিবলৈ ওলাই যায়, আৰু এঁজন মোব দবে নন্-ডেঁচক্ৰিপ্ট বন্ধুব সৈতে আমি কেঁৰমত লাগোঁ। আহাঁচোঁন তোমালোকব কোন চেম্পিয়ন এখুন্দা দি চাওঁ।"

"চেম্পিয়ন কোন হয় কোনো স্থিবতা নাই, গোটেই ছিষ্ট'বি ওলট্-পালট্ হৈ গ'ল চাব, বাৰু মোব সৈতেই এখুন্দা দিয়কচোন চাব"—বুলি বৰ্মণ আগবাঢ়ি গ'ল।

"হিঁষ্ট'বি বিঁপিট্‌চ ইটচেল্ফ্ সেঁই কাবঁণেই মাজেঁ মাজেঁ ওঁলট্-পাঁলট্ হঁব লঁগা হঁয়, এঁনিৰে, কৰঁা, বঁৰ্মণেই ষ্ট্ৰাঁইক কঁৰা!"

আমাব আগ্ৰহী আৰু ঔৎসুক্যপূৰ্ণ দৃষ্টিব সন্মুখত খেল আবম্ভ হ'ল, আৰু তিনিখন ব'ৰ্ডত বৰ্মণে সহজে আঠাইশ পইণ্ট লৈ পেলালে। তৃতীয় ব'ৰ্ডব শেষত চাবে ষ্ট্ৰাইকাব হাতত লৈ নিৰ্বিকাবভাৱে কৈ গ'ল, "বাঁক, থাঁৰ্ড ট্ৰায়েল গ'ল যেঁতিয়া এঁতিয়া আৰম্ভ হওঁক।"

থাৰ্ড ট্ৰায়েল! আমি ইজনে-সিজনলৈ চকু টিপিয়াবলৈ লাগিলোঁ। পৃথিৱীত বিজ্ঞানব বলত বহুত অদ্ভুত ঘটনাও সম্ভৱ হৈছে, কিন্তু কেবমব থাৰ্ড ট্ৰায়েল! বৰ্মণ নিজেও ঠবঙা হৈ বৈ গ'ল।

আমাক নিম্নাভ দেখি তেখেতেই আকৌ আবম্ভ কৰিলে—
[পাঠকে এতিয়া নিজেই শব্দবোবত চন্দ্ৰবিন্দু লগাই ল'ব লাগিব]
"বাৰু, ট্ৰায়েল নামানা নাই, আজিব ল'বাই গুৰু-গোসাঁই নামানে—ট্ৰায়েল মানিব কি? তাহানি মোব বন্ধুসকলব লগত একোটা 'গেম' পৰ্যন্ত ট্ৰায়েল খেলা মনত পৰে। যি কি নহওক, আঠাইশ বব বেয়া পইণ্ট, বৰ্মণে আত্মৰক্ষা কৰা, ষ্ট্ৰাইক লোৱা।"

ইয়াব পিছত যি ঘটনা ঘটিল, সি থাৰ্ড ট্ৰায়েলতকৈয়ো অদ্ভুত! তিনি ব'ৰ্ডত গোহাঁই চাবে তেইশ কৰি পেলালে। চতুৰ্থ ব'ৰ্ডত বৰ্মণব এটা ভাল ফাইনব সুযোগ লৈ চাবে 'গেম আপ' কৰিলে।

"আচৰিত, আচৰিত চাৰ, আপুনি সঁচাকৈয়ে ভাল খেলে।" আমি সকলোৱে অকুণ্ঠ প্ৰশংসা আৰম্ভ কৰিলোঁ।

সন্তুষ্টিৰ হাঁহি এটা ওঁঠত চেপি লৈ চাৰে কৈ গ'ল, "খেলোঁ মানে—খেলিছিলোঁ। বহুত দিন অনভ্যাস। কেৰমৰ খেলখন আচলতে 'নাৰ্ভৰ' খেল, স্নায়ুযুদ্ধ। ইয়াত চেস্, এ'জৰ [ মুনিহ-তিৰোতা না বয়সৰ] প্ৰশ্ন নুঠে। যি কি নহওক, তোমালোকে বৰ্মণৰ পৰাজয়ৰপৰা কি ঐতিহাসিক শিক্ষা লাভ কৰিলা?"

কেৰমৰো ঐতিহাসিক শিক্ষা, আমি দৰ্শকবৃন্দই ভোৰভোৰালোঁ।

"শুনা, মই বুৰঞ্জীৰ পণ্ডিত। সকলো কথাকে ঐতিহাসিক দৃষ্টিকোণৰপৰা বিচাৰ কৰোঁ। শুনা, প্ৰথম শিক্ষা হ'ল খণ্ডযুদ্ধত জিকিয়ে জাতি এটা উৎফুল্ল হৈ নিশ্চিন্ত হ'ব নাপায়। সমগ্ৰ যুদ্ধত জয়লাভ কৰাটোহে আচল কথা। ওৱান কেন এফৰ্ড লুজিং দি বেটেলচ ইভেন বাট ওৱান মাষ্ট উইন দি ওৱাৰ—খণ্ডযুদ্ধত হাৰক ক্ষতি নাই, কিন্তু সামগ্ৰিকভাৱে জয়লাভ কৰিবই লাগিব। দ্বিতীয় কথা হ'ল, শত্ৰু যিমানেই সামান্য হওক, কেতিয়াও 'আণ্ডাৰ এষ্টিমেট' নকৰিবা। যিটো ভুল কৰিছিলেঁ। আমি প্ৰথমবাৰ মান অহা সময়ত 'টোপোলা ভাত খোৱা মানে আমাক কি কৰিব' যিটো ভুল কৰিলোঁ চীনৰ সিদিনাৰ আক্ৰমণত 'হিমালয়ৰ বৰফৰ মাজেদি চীনাই কি যুদ্ধ কৰিব'। অধ্যাপক বৰ্মণৰ এই দুটা ভুল"

"কিন্তু চাৰ, মই একতহে হাৰিলোঁ, শেষাকৈ হৰা নাই।" মিচ্ হাজৰিকাৰ তাচ্ছিল্যযুক্ত হাঁহিত অতিষ্ঠ বৰ্মণে আত্ম-সন্তুষ্টি ল'লে।

"ইতিহাসৰ সৰ্বশেষ বিচাৰত ভালকৈ হৰা, বেয়াকৈ হৰা বুলি দুটা কথা নাই পৰাজয় পৰাজয়েই। বাৰু, আন কোনোবা আছা নে চেম্পিয়ন?"

গেম মাষ্টৰ বৰুৱাই ইতিমধ্যে নিজকে সুস্থ কৰি লৈছিল। কিন্তু দ্বিতীয়বাৰ যদি মিচ হাজৰিকাৰ আগতে হাৰি যায়! গতিকে আগবাঢ়িল কিঙ্কিনৰ শৰ্মা।

শৰ্মাই বিশেষ কৌশল নেদেখুৱাকৈয়ে তিনি ব'ডত একৈশ পইন্ট

লৈ পেলালে। ইয়াৰ পিছৰ বাবত চাবে বেড্ লৈ শৰ্মাক তিনি দি চব্বিশ কৰি দিলে। তাৰ পিছত খেলা। চাবে তিনি ব'ৰ্ডত তেইশ কৰি পেলালে। পিছৰ ব'ৰ্ডত এবাৰ মুখৰ আগত বেড আৰু কনফাৰ্ম পায়ো আচৰিত কথা চাবে পকেট নকৰি সিফালৰ ব'ৰ্ডাৰত লাগি থকা গুটি এটা মুকলিলৈ অনাত ষ্ট্ৰাইকটো খৰচ কৰিলে। গতিকে শৰ্মাই বেড লৈ পেলালে আৰু পিছৰ বাবত ব'ৰ্ড লৈ সাতাইশ পইণ্ট কৰি পেলালে। কিন্তু সিমানেই, তাৰ পিছৰ বাবত জটিল বেডৰ পতন ঘটাই এক অদ্ভুত ষ্ট্ৰাইক দি দুটা গুটি চাইডৰ দুটা পকেটলৈ ড্ৰ কৰি ( টানি ) লৈ আহিল। আমি সকলোৱে স্থ ন-কাল পাহৰি বাঃ বা' দিবলৈ ধৰিলোঁ। চাব জিকিল।

শৰ্মাই ধুনীয়াকৈ চিকুণাই ৰখা মিহি মোছকোছাত হাত দি থতমত খাই ওচৰৰ চকী এখনত বহি পৰিল।

“ তনেহ'লে চাব, এই গেমটোৰ ঐতিহাসিক শিক্ষা কি হ'ব ?”— আমাৰ কেইজনমানে সুধিলে।

“প্ৰথম কথা, কেতিয়াবা জিকাৰ দৰেই খণ্ডযুদ্ধত হাৰিবলৈও চেষ্টা কৰিব লাগিব। ডানকাৰ্কৰপৰা ইংৰাজ আৰু ফৰাচী সৈন্য বিপৰ্যস্ত হৈ পিছ হুঁহকিছিল—কিন্তু ইমান শৃঙ্খলাবদ্ধভাৱে যে ইংলণ্ডৰ বজাৰ সিটো সৈন্যবাহিনী ( কিংচ বেটেলিয়ান ), তেওঁলোকৰ বুটবোৰ তেতিয়াও চিক্‌চিকাই আছিল। দ্বিতীয় মহাসমৰত জয়লাভৰ কাৰণেই এই পৰাজয়ৰ প্ৰয়োজন আছিল, সি মিত্ৰপক্ষৰ মনোবল সুদৃঢ় কৰিহে দিলে। মই এখন ব'ৰ্ড শৰ্মাক দিলোঁ—নহ'লে মোৰ পইণ্ট চব্বিশ হোৱাৰ আশঙ্কা। সেই কাৰণেই কাষত পায়ো বেডক হত্যা নকৰিলোঁ। ইয়াৰ আধ্যাত্মিক তাৎপৰ্য হ'ল এয়ে যে নাইহিবা, নিশ্চয়, সকলো ঘটনাৰে আধ্যাত্মিক কাল এটাও আছে টয়েনবি চাহাবে কি কৈ গৈছে ? বাৰু, টয়েনবিৰ কথা পাহৰু, আধ্যাত্মিক তাৎপৰ্য এয়ে যে জীৱনত তাৎকালিক লাভৰ কাৰণে মানুহে ব্যতিব্যস্ত হ'ব নালাগে। বেড হাতত পায়ো পকেট নকৰাৰ সেয়ে কাৰণ। আটাইতকৈ ডাঙৰ শিক্ষা এয়ে যে শত্ৰুৰ সম্ভাব্য আক্ৰমণৰ বাটত

আগন্তীয়াকৈ ভেটা দিয়া। মই সহজে মাৰিব পৰা গুটি এটা পকেট কৰা নাছিলোঁ, কাৰণ ই শৰ্ম ৰ তিনিটা গুটি ব্লক্ কৰিছিল। কেৰমৰ ডাঙৰ কথা হ'ল জটিল গুটিবিলাক পাৰ্যমানে সুসজ্জলৈ আনি লোৱা, দূৰৰবিলাক ওচৰ কৰা। ঐতিহাসিক তাৎপৰ্য, দেশৰ জটিল ঠাই-বিলাক, সীমাবিলাক প্ৰথমে মুক্ত কৰি, অৰ্থাৎ সুৰক্ষিত কৰি ৰাখিব লাগিব। যিটো কাম স্বাধীন ভাৰতে প্ৰথমে হাতত নোলোৱাৰ কাৰণে আকৃচাই চানৰ বিৰাট অঞ্চল শত্ৰুৰ হাতলৈ গ'ল। বাৰু, আৰু কোনোবা আছিবা নে?"

"এবাৰ তেনেহ'লে মযো খেলোঁ চাব"—এইবাৰ মিচ হাজৰিকা আগবাঢ়ি আহিল।

"হুঁহেঁ, এঁ " ধৰণৰ অদ্ভুত হাঁহি এটা মাৰি চাবে ষ্ট্ৰাইকাৰ মিচ্ হাজৰিকালৈ আগবঢ়াই দিলে। হাঁহিটোৱে কয় যে এইবাৰ মিচ্ হাজৰিকাই নিল খাবই। আমি পেটৰ ভোক হেঁচি আশা আৰু উৎসাহেৰে খেল চাবলৈ লাগিলোঁ। আচৰিত, দুয়ো প্ৰায় সমান সমান পইণ্ট লৈ আগবাঢ়ি যাবলৈ ধৰিলে। 'নিল' নাখাওক বাৰু, হাৰিলেও হ'ল। কিন্তু এক 'ক্ৰিটিকেল' অৱস্থাত চাবে ডবল ফাইন কৰি পেলালে আমি ইজনে-সিজনৰ চকুলৈ চালোঁ, চাবে ইচ্ছা কৰি ডবল ফাইন কৰিছে। আমাক ভাচ্ছিল্যৰ হাঁহি দেখুৱাই মিচ্ হাজৰিকা জিকি গ'ল।

ইয়াৰ পিছৰপৰা আমাৰ সকলো খং চাবৰ ওপৰতে পৰিল।

আমি প্ৰায়ে চাবক এৰি চলোঁ, টিউটৰিয়েল বা প্ৰেক্টিকেল কিবা ক্লাছৰ অজুহাত দেখুৱাই আঁতৰি যাওঁ। তথাপি দুই-এটা দুৰ্ভগীয়া কাললৈ পৰে আৰু বেয়াকৈ হাৰে, আৰু তিনিদিনমানলৈ ভিজা মেকুৰীটো হৈ থাকে। কমন কমত মিচ্ হাজৰিকাই মাজে মাজে কমন ৰুমৰ আমি চিনিয়ৰ প্ৰফেচাৰসকলৰ আগত কটা ঘাত চেঙাতেল দিয়ে। "চাবৰ হাতত সকলো চেম্পিয়নেই বাগৰিল, যোকছে চাবে হুকুমাৰ পৰা নাই।" সত্য, কিন্তু অপ্ৰিয়।

ইয়াৰ পিছতে হাকিমৰ বিয়া লৈ আমি দুদিনমান ব্যস্ত থাকিলোঁ।

কেৰম প্ৰায়ে বন্ধ থাকিল। আমাৰ উদ্দেশ্য, চাৰক আঁতৰ কৰা, দুদিন-মান লগ নাপালেই খেলিবলৈ নাযাব।

কিন্তু মিছা। কেৰম চলি থাকিল। পত্নিকে আকৌ সকলোৰে যাবলৈ ধৰিলোঁ। এদিন আবেলি ৫ মান বজাতে কেৰম চলিল। অধ্যাপক হাকিমৰ বিয়াৰ ১৫ দিনমানৰ পিছত। সেইদিনা হঠাৎ হাকিম আহি ওলালহি। তেওঁ কাৰোবাৰ হাতত চিনেমাৰ টিকট কিনিবলৈ দিছিল, এতিয়া সংগ্ৰহ কৰি আহিছে, বাহিৰে বাহিৰে চিনেমালৈ যাব। ঘৰৰ পৰিয়ালৰ আনবিলাকো বাহিৰে বাহিৰে চিনেমা হলত বৈ থকাৰ কথা। তথাপি চাৰে এজনক এটা গেমত হকৰাই হাকিমক চেলেঞ্জ্ দিলে, চিনেমালৈ এতিয়াও সময় আছে। হাকিমে ১৫ মিনিটৰ ভিতৰতে এটা 'নিজ' গেমখাই যাব পাৰে, ইচ্ছা কৰিলে।

হাকিম কিয়, উকীল, পেস্কাৰবো তেজ উত্তলিব। আচৰিত এয়ে যে চাৰে সুবিধা পায়ো প্ৰত্যেক ব'ৰ্ডত এক এককৈ পইণ্ট লৈছে আগবাঢ়িল। তেইশ হোৱাৰ লগে লগে হাকিমৰ মুখখন ক'লা গুটিৰ লগৰে এটা হৈ পৰিল। পিছৰবাৰ প্ৰাণটাকি চেষ্টা কৰিলে বেড বাখবলৈ। চান্স্ আহি গ'ল, বেড তেখেতৰ সোঁ-পকেটৰ মুখত। আক কন্ফাৰ্মেচনৰ গুটি ঠিক বাঁও-পকেটৰ মুখত। নাৰ্ভাচ হৈ অসম্ভৱ সাৱধানভাৱে বেডটো পকেট কৰিলে। কন্ফাৰ্মেচন অতি সহজ,— নাকৰ উশাহ লাগিলেই যেন গুটিটো পৰে। কপালৰ ঘাম মচি অতি সাৱধানভাৱে তেওঁ গুটিটো পকেট কৰিবলৈ সাজু হ'ল।

ৱাল ক্লকটোৱে টং কৰে শব্দ কৰি উঠিল। হাকিমে উচাপ খাই দেখে যে—"আৰে, কি সৰ্বনাশ, ৫½ বাজিল যে!"

"অৱশ্যেই ৫½ বাজিছে, তাত কোনো সন্দেহ নাই"—চাৰে নিৰ্বিকাৰভাৱে কৈ উঠিল—"কন্ফাৰ্ম কৰা।"

"কন্ফাৰ্ম চাৰ? চিনেমা?" গোটেই মানুহটো ঘামি উঠিল, ষ্ট্ৰাইকাৰটো সৰি পৰিল।

"চিনেমাৰ লগত কন্ফাৰ্মৰ সম্পৰ্ক কি? চিনেমা আৰম্ভ হ'ল চাগে"—একে নিৰ্বিকাৰ সুৰত চাৰে কৈ গ'ল।

"কিন্তু চাৰ টিকট যে মোৰ হাতত।"

"কি হ'ল এতিয়া? টিকটে চিনেমা নাচায় নহয়।" হাকিম কেনি গ'ল কোনেও লক্ষ্য কৰিব নোৱাৰিলে।

আমি তেতিয়াহে বুজিলোঁ, এক একেকৈ পইণ্ট লৈ কিয় চাৰে সময় কটাইছিল।

"তেনেহ'লে এই ক্ষেত্ৰত ঐতিহাসিক শিক্ষা কি হ'ব পাৰে চাৰ?" —আমি কৰুণভাৱে সুধিছিলোঁ।

"ঐতিহাসিক শিক্ষা? ই নিজেই ইতিহাস। বেডৰ সহজ কন্-ফাৰ্মেচন এবি লৰ মাৰিছে, কেৱমৰ ৰেকৰ্ড হৈ গ'ল। আৰু ডাঙৰ শিক্ষা এয়ে যে বিয়াৰ পোন্ধৰ দিনৰ পিছত কেৰমৰ চাবিসীমাত ভৰি দিব নাপায়, বিশেষকৈ চিনেমাৰ টিকট হাতত লৈ।"

এসপ্তাহলৈ হাকিমক কেৰমত দেখা পোৱা নাছিলোঁ। কিন্তু চাৰ যে চিন্দবাদৰ কান্ধৰ দৈত্যৰ দৰে কেৰমৰ কান্ধত বহি ৰ'ল। অকল সেয়ে নহয়, আজি-কালি কমন ৰুমত কিবা কথা মনত পেলাবলগীয় হ'লেও চাৰে আমাৰ পৰাজয়ৰ দিনবিলাকহে 'কিলোমিটাৰৰ খুঁটি' কৰি লয়। " এঃ, ভাবিখটো পাহৰিলোঁ বৰ্মণ হাৰি যোৱাৰ তিনি দিনৰ আগৰ কথা অৰ্থাৎ বকৱাই নিল খাওঁ খাওঁ হোৱা দিনটোত কি ভাবিখ আছিল , আপোনাৰ মনত নাই নে গোস্বামী? আপোনাৰ ব'টানি ডিপাৰ্টমেণ্টক মই চিংগল খেলি গেম দিয়াৰ দুদিনৰ আগত কি বাৰ আছিল?" লগতে হয়তো মিচ্ হাজৰিকায়ো যোগ দিব।

"সেইদিনা বৃহস্পতিবাৰ আছিল চাৰ, কাৰণ সেইদিনা ময়েহে একমাত্ৰ আপোনাক হুকৱাব পাৰিছিলোঁ।"

ইয়াৰ পিছত আমি সিদ্ধান্ত কৰিলোঁ যে হয় আমি কলেজ এৰিম, নহয় চাৰক কেৰম এৰুৱাম। দেওবাৰ এটাত আমি দলে-বলে গুলাপৌগে চাৰৰ ঘৰ। আগেয়েও প্ৰায়ে যাওঁ, বি কেইজন ছাত্ৰ ভাহানিও গৈছিলোঁ। বাইদেউ ভাল ৰান্ধনী, নতুন নতুন বস্তু খুৱাই আমাক সন্তোষ দিয়ে, আৰু 'উকলী'ত মাজে মাজে নতুন ৰন্ধন-

প্ৰণালীও দিয়ে। কলেজৰ প্ৰায় কাংচনতে নিমন্ত্ৰণ পালে যায়, আলোচনা চক্ৰত কেতিয়াবা কিবা পাঠ কৰে। মুঠতে বাইদেউৰ ওচৰত আমি নিজা ভায়েকৰ দৰে, খোৱা-বোৱাটো ভায়েকৰ দৰে খুৱায়।

"আও, আজি দেখোন হাইঠামাটিত পৰিল। ইমান দিন আপোনা-লোক ক'ত আছিল? এবাৰ তিল-পিঠা, তিলৰ লাড়ু কৰি খবৰ দিওঁতেও নাহিল?" আমাৰ ছাত্ৰকেইজনৰ মুখলৈ চাই বাইদেৱে সুধিলে, আৰু সকলোকে বহিবলৈ দিলে। বাৰ্কী লগৰীয়া দুজনমান অৱশ্যে নতুন, গতিকে আমি চিনাকি কৰি দিলোঁ। বাইদেৱে লৰালৰিকৈ মচলাৰ প্লেট এখন আনি দিলে।

"ইহঁত ক'লৈ গ'ল বাইদেউ? বাণু, অৰূপ, ভাইটি?" প্ৰেম মাষ্টৰ বকৰাই একান্ত ঘৰুৱাভাৱে সুধিলে।

"তিনিওটা অকণিৰ মেলত। কিবা শ্ব' হ'ব বোলে?"

"চাৰ গ'ল ক'লৈ? চাৰক দেখোন দেখা নাই?" শৰ্মাই মোলায়েম সুৰত সুধিলে।

"পুৱা বেলাটো বাৰীৰ কাম কৰি এতিয়া অলপ খৰি-খিচাৰি গৈছে। বাহিৰা মানুহো নাই, এনে জুলুম।"

"সঁচাই, চাৰে এই বয়সতো কোৰ মাৰে, খৰি খিচাৰে। আমি যে কি কামৰ হ'লোঁ।"—জিওগ্ৰাফীৰ ল'ৰা অধ্যাপক মিঃ নাথে সহানুভূতিৰে ক'লে।

"এই বয়সতো মানে? চল্লিশ বছৰতো এই বয়স ক'ব লগা হ'লে মানুহবোৰ ডেকা হৈ থাকে কোন বয়সত!"

নাথে আমাক খালে এই কামোৰ। কথা ক'ব নাজানিলে কিয় যে টপ্‌টপাই থাকে। মই তৎক্ষণাৎ 'চিটুৱেচন চেভ' কৰি ক'লোঁ, "আজি-কালি ছকুৰি বছৰলৈকে বিয়া নকৰোৱাকৈ থাকিলেই ডেকা, বিয়া কৰালেই বুঢ়া।"

"চাৰৰ বিটো উৎসাহ, চাৰি কুৰি বছৰতো ডেকা হৈ থাকিব।"

বৰ্মণে মোৰ সমৰ্থনত মাত লগালে, "আচৰিত কথা, চাৰে কিতাপো পঢ়ে আৰু ইমান ঘৰুৱা কামো কৰে।"

"নকৰিলে চলিলেহে। 'পঢ়ে পঢ়োৱায়, বোৱে পাণ'ৰ দিন নাই আমাৰ দেশত। তাতে আজি-কালি হিষ্ট্ৰ'ৰিৰ অনাৰ্চ খুলিছে বোলে, একেবাৰে সময় নাপায়, কলেজৰপৰা আহোঁতে সন্ধ্যাই হৈ যায়। সেয়েহে বন্ধৰ বাবতে খৰি-চাউল গোটাই ল'ব লগা হৈছে।"

"নক'ব বাইদেউ, আজি-কালি কাৰো সময় নাই। কেতিয়াবা ছুটা পিৰিয়ড অফ্ পালে আজি-কালি কেৰমকে খেলোঁ, সিয়ে যি বিলেক্সেচন।"—ফিজিক্সৰ বৰাই আৰম্ভ কৰিলে।

"তাকেহে কৈছোঁ, চাৰ সকলোতে ওস্তাদ। ঘৰুৱা কামতো আমি যেনেকৈ বলে নোৱাৰিম, কেৰেমতো আমি তেনেকৈ বলে নোৱাৰোঁ।" আমাৰ দলৰে ডেকা লাইব্ৰেৰীয়ান বৰাই যোগ দিলে।

"খেল-ধেমালিত তেখেতৰ বাপ্ আছিল আগৰেপৰা, এতিয়াহে সময়ো নোহোৱা হ'ল"—বাইদেৱে উৎসাহেৰে ক'লে। ইয়াৰ ভিতৰতে বাইদেৱে চাহৰ পানীও বহাই থৈ আহিছিল। আমি সকলোৱে আপত্তি জনালোঁ, চাহ নাখাওঁ চিনেমাৰ টিকট লোৱা আছে।

বৰ্মণে বাইদেউৰ কথাৰ উৎসাহেৰেই একে সুৰতে ক'লে, "এতিয়াও চাৰে আমাক কেৰমত ধোঁৱা দেখুৱাই দিয়ে। অৱশ্যে আমাৰ নতুন অধ্যাপিকা মিচ্ হাজৰিকাকহে হৰুৱাব পৰা নাই।"

গেম মাষ্টাৰ বৰুৱাই গহীনভাৱে বৰ্মণলৈ মুৰ তুলি চাই গহীন সুৰত ক'লে, "আপুনি ভাবে নেকি বৰ্মণ, আমাৰ চাৰে ইচ্ছা কৰিলে মিচ্ হাজৰিকাক হৰুৱাব নোৱাৰিব? 'নিল' খুৱাই দিব হেঃ।"

মিঃ নাথ আৰু বৰাই নিজৰ ভিতৰতে ক'লে, "আচলতে চাৰে খেয়া পায়, একেবাৰেই ছোৱালী মানুহ, ইউনিভাৰচিটিৰপৰা পোনে পোনে আহিছে।"

"সেইটোৱেই কথা, নহ'লে যে মিচ্ হাজৰিকাই টিকিব নোৱাৰিব।"

"খেল খেলেই আৰু"—বাইদেৱে যিমান পাৰে মাতৰ কঠোৰতা

ৰুমাই ক'লে—"কোনোবাই বেয়া পাব বুলি হাবি যোৱা, কাৰোবাৰ লগত ভালকৈ খেলা, সেয়া আকৌ কি? মিচ্ হাজৰিকানো কোন? কেতিয়া আহিছে?"

"তেখেতৰ এমাহমানেই হ'ল নেকি, নহ'ব নে বৰ্মণ?" শৰ্মাই মিহি মোলায়েম সুৰতেই বৰ্মণলৈ চাই সুধিলে আৰু লগে লগে প্লেটৰ-পৰা মচলা-গুটি এটা লৈ দাঁত দুটাৰ মাজত চেপি ধৰিলে।

"অ, সেয়েহে নিতৌ দেখি হয়। সৰু ল'ৰা-ছোৱালীৰ দৰে কেৰম খেলিবলৈ দিনে দিনে ডেকা হৈ গৈছে যেন পাওঁ "

"নহয় বাইদেউ, অফ্‌পিৰিয়ডৰ কথাহে কৈছোঁ, কাৰনো বাৰু সময় আছে। চায়েন্সৰ প্ৰেক্‌টিকেলত আমাৰ আবেলি পাঁচ বাজেগৈ।" ফিজিক্সৰ বৰাই ক'লে।

"চাহ একোকাপকে খাওক"—বাইদেৱে শুকাই যোৱা মাজেৰে কৈ উঠিল।

"নহয় বাইদেউ, আন এদিন আহিম। নহ'লে চিনেমা আৰম্ভ হ'ব। আকৌ এসপ্তাহলৈ সময় নাই।"—আমি সকলোৱে সবিনয়ে একেলগে থিয় দিলোঁ।

"বাৰু নাথায় যদি, অহা দেওবাৰে আহিব, ময়দা অলপ যোগাৰ হৈছে, কেক্ বনাম।"

"নিশ্চয় আহিম। আজিলৈ যাওঁহে তেনেহ'লে"—আমি নমস্কাৰ জনাই পদুলি পোৱাৰ লগে লগে গেম মাষ্টৰ বৰুৱাই কিবা এটা মনত পৰাৰ দৰে কৈ উঠিল, "বাইদেউ, চাবক ক'বচোন, ষ্ট্ৰাইকাৰটো হেৰোৱা নাছিল, আমাৰ নতুন অধ্যাপিকা মিচ্ হাজৰিকাই লুকুৱাইহে থৈছিল।"

---

# মোৰ ঘৰ আৰু তাৰ অধিবাসীবৃন্দ ॥

ভেৰোণীয়া ঘৰ আৰু তাৰ অধিবাসী সম্পৰ্কীয় চিৰন্তন সমস্যা সৃষ্টিৰ পাতনিৰপৰা চিৰবিৰাজমান। মালিকবিলাকে ভেৰোণীয়া-সকলক চিৰকালেই অকৰ্মণ্য বুলি ধৰি বিদ্বেষ আৰু নীচ দৃষ্টিৰে চাই আহিছে, সেইদৰে ভেৰোণীয়াসকলেও মালিকক ৰক্তপিপাসু দৈত্য-দানৱৰ লগত তুলনা কৰি আহিছে। মোৰ ভেৰোণীয়া জীৱনৰ শেহতীয়া অভিজ্ঞতাৰে পুষ্ট হৈ মই ঠিক কৰিলোঁ যে একঠা মাটি হ'লেও ল'বই লাগিব। এই অসম দেশত লাখ লাখ লোক বাহিৰৰপৰা আহি জমিদাৰ হৈ বহি গ'ল, মূৰ্খ অসমীয়া সেই মূৰ্খ বগলীটোৰ 'ভাবে ৭মীৰ' জ্বলন্ত, জীৱন্ত উদাহৰণ হৈ থাকিল। সৌ সিদিনালৈকে দুই-একে মণ্ডলক ভাৰ-ভেটি দি পট্টাৰপৰা মাটি কটোৱাৰ উদাহৰণ বিৰল নহয়।

যি কি নহওক মাটিহীন হৈ ওপণ্ডি ফুৰা মানুহৰ প্ৰতি সামাজিক দৃষ্টিভঙ্গী কি এই কথা অভিজ্ঞতা নোহোৱাসকলে নাজানিবই। মাটি-ঘৰ নাই বুলিয়েই মোৰ হ'ব লগা কেইখন বিয়া মুৰামুৰি সময়ত ভাগি গৈছিল, এই কথাও মোৰ বাহিৰে বহুতে নাজানে। এনে অৱস্থাত আপুনি মাটি একঠা কিনি ঘৰ এটা সাজিবলৈ ল'লে কিমান কৌতূহলী দৃষ্টিৰ কেন্দ্ৰবিন্দু হৈ পৰিব লগা হয়, সেই কথাও বহুতে নাজানে। আপুনি যদি নিৰীহ উপায়ে ধন সংগ্ৰহ কৰিছে ( অতএৱ ধাৰ কৰি ) তেনেহ'লে পিছত লাগিব 'এন্টিকৰাপচন' তাৰ পিছত ইনকামটেক্স চাব, —ই বেটাই ইনকামটেক্স কিমান ফাকি দিলে। তাৰ পাছত আপোনাৰ বন্ধু-বান্ধৱ, সহকৰ্মী বাটকৰা চা-চিনাকিৰ দল। তেওঁ-লোকৰ মাজত দুটা ভাগ থাকিব, যাৰ মাটি-ঘৰ নাই আৰু যাৰ অলপতে হৈছে। তেওঁলোকৰ মাজত আকৌ দুই-তিনিটা ভাগ : (১) অন্তৰেৰে ভাল পোৱা আৰু সাধ্য হ'লে সহায় কৰা, (২) মুখেৰে ভাল

পোৱা অথচ ঈৰ্ষাত জ্বলা আৰু (৩) নিৰ্বিকাৰ থকা। চতুৰ্থত আছিল ৰাজমিস্ত্ৰী, কাঠমিস্ত্ৰী, ঘৰ ছোৱা, বেৰ দিয়া ধৰণৰ বনুৱা আৰু চুণ-তেল দিয়া শিল্পীৰ দল,—যিবিলাকৰ সমূহীয়া যড়যন্ত্ৰ হ'ব আপোনাৰ ঘৰটো পৃথিৱীত নোহোৱা-নোপজা ঘৰ এটা কৰি তোলা। একেবাৰে শেহত আছিল আপোনাৰ নতুন পাৰাৰ অধিবাসীসকল, যিসকলৰ সৰহ সংখ্যকেই মানুহ এঘৰ বঢ়াত ভাল পাব, খা-খবৰ কৰিব, আপুনি যদি ক্ষমতাশালী মানুহ হয়, মাত্ৰাধিক্য ভাবেই খা-খবৰ কৰিব, আৰু যিবিলাক অতি ব্যস্ত কৰ্মী অসমীয়া, তেওঁলোকে এদিনো খবৰ ল'বলৈ সময় কৰিব নোৱাৰিব, আৰু অতি কম সংখ্যক দুই-এজনৰ আৰু কিছু-মান নতুন চিন্তাও বাঢ়িব, যেনে ঘৰটো কেনে ডিজাইনৰ হ'ব, তেওঁ-লোকৰ ডিজাইনবোৰ পুৰণি দেখাব নেকি ইত্যাদি ধৰণৰ।

সি যি কি নহওক, এতিয়ালৈকে সমস্তাৰ আচল মূখচলৈ অহাই নাই। কথা হ'ল যিটো ঘৰ আপুনি বন্ধু-বান্ধৱৰ সহায়, ডিপার্ট-মেন্টাল 'লোন' বা কাবুলীৰ উদাৰতাৰ বিনিময়ত সাজিবলৈ গৈছে, আপুনি নাজানে, আৰু আপুনি কিয়, ময়ো নাজানিছিলোঁ যে সেই ঘৰটোৰ লগত মানুহৰ বাহিৰেও আন কিমান প্ৰাণীৰ স্বাৰ্থ জড়িত হৈ আছে। সেই ঘৰটোত এনে বহুত বিনা ভেবোণীয়া অধিবাসী আছে, যি গিৰিহঁতকৈও আগতে, গিৰিহঁত কিয়, মিউনিচিপালিটিৰ টেক্স-বিলতকৈও আগতে আহি নিজৰ দখলি স্বত্ব সাব্যস্ত কৰি লৈছেহি, আপুনি অতিষ্ঠ হ'ব, গালি-গালাজ আৰম্ভ কৰিব, পুলিচত দিয়াৰ হুমকি দিব, আইন নিজৰ হাতত লোৱাৰো 'আল্টিমেটাম' দিব, কিন্তু সিহঁতে বুঢ়া আঙুলি দেখুৱাই বহি থাকিব।

মোৰ মাটিডোখৰৰ চাবিওফালে জেওৰা দি বেটি লোৱা হৈছিল। যিদিনা প্ৰথম ৰাজমিস্ত্ৰীয়ে ভেটিটো গাঁথিবলৈ আৰম্ভ কৰে, সেইদিনাৰ ঘটনা। মই অলপ আঁতৰত ছাঁ এডোখৰত খঁৰিৰ ওপৰত বহি আছিলোঁ এনেতে নিচেই কাষতে এক বিৰাট চিঞৰ-বাখৰ হৈ হুলস্থুল শব্দ শুনিবলৈ পালোঁ। দেখোঁ যে তেৰকিলোমান গুড়ি-পকৰা গোটখাই বিৰাট সভা এখন পাতিছে। জনসমাগমলৈ চাই গৈ

পক্ষীৰ সভা যেনেই লাগিল, কাৰণ বাঁও পক্ষীৰ সভাত সংখ্যাতকৈ শব্দহে বেছি শুনা যায়।

ছুটামান ভজৰজীয়া চুঙা মৰা পেণ্ট পিন্ধা ল'ৰাই কথা কৈছে।

কাণ চুখন আৰু অলপ বহলাই মেলি ধৰাত সিহঁতৰ কথাখিনি বুজিব পাৰিলোঁ। সিহঁতে কৈছে, 'আমি ৰাতিপুৱা চাহৰ দোকানলৈ যাওঁতে দেখিছোঁ, ৰাজমিস্ত্ৰীয়ে ইটা গাঁথিবলৈ আৰম্ভ কৰিছে'। লগে লগে সভাত নানান কিৰীলি হৈ-চৈ জিন্দাবাদ ধ্বনি আৰম্ভ হ'ল। বুঢ়া পকৰা এজনীয়ে লাখুটিত ভৰ দি থিয় হৈ চিঞৰি সকলোকে শান্ত কৰি ক'লে, "ৰ'বিহ'কচোন বাইজ ঐ, অলপ ধৈৰ্য ধৰহ'কচোন। বোলে 'গছত কঁঠাল ওঁঠত তেল নৌ খাওঁতেই শেল বেল।' ঘৰ হয়গৈ কেতিয়া, এতিয়াৰপৰাই ইমান উৎপাত কৰিব নাপায়।"

তামোল খুন্দি থকা বুঢ়া পকৰা এটাই খুন্দনা বাৰিডাল লৈয়ে থিয় হৈ ক'লে, "তই থিকেই কৈছ পিজলী বাই, আজি-কালিৰ ল'ৰাহঁতে এইবিলাক কথা নুবুজে, হেৰৌ আজি-কালি কেইটাই খেৰৰ ঘৰ, কেঁচা ভেটি কৰা দেখিছ? আগৰ দৰে টেকেলিয়ে টেকেলিযে গুড়, গাখীৰ কেইঘৰত দেখিবলৈ পাইছ? গতিকে কোনোবাই ঘৰ সাজিলেও পকীঘৰ সাজিব, আলমাৰিত খোৱা বস্তু ৰাখিব।"

এনেতে আন এটা আদহীয়া থোলোকা ধৰণৰ পকৰা থিয় হৈ সকলোকে মনে মনে থাকিবলৈ হাতেৰে ইঙ্গিত দি ক'লে, "নহয় নহয় বাইজ, ই কথাই কথা নহয়। আমাক অহুকাণে-পহুকাণে শুনা কথা নালাগে। ঘৰ সাজিবলৈ আৰম্ভ কৰিলেই যে ঘৰ এটা সম্পূৰ্ণ সজা হ'ব তাৰ কিবা ইয়ত্তা আছে নেকি? কত গণ্ডাই গণ্ডাই মানুহ দেখিলোঁ, ঘৰ সাজিবলৈ গৈ খুঁটা থিয় কৰি থৈ দিছে, গতিকে আমাৰ ছুটামান গৈ প্ৰথমে এই খবৰটোহে আনিব লাগে যে যিজন মানুহে ঘৰ সজাবলৈ লৈছে, তেওঁ চাপ্লাই বা চেলুটেক্সৰ মানুহ হয় নে নহয়, বা তেওঁ চৰকাৰী চাকৰি কৰে নেকি, বা তেওঁৰ গাড়ী-মটৰ আৰু চোৰাং মদৰ কাৰবাৰ আছে নে নাই, নতুবা আৰু অথবা—ওঁ, মই দোহাৰি কৈছোঁ, নতুবা আৰু অথবা, ৰাজধানীত তেওঁৰ কোনো শক্তিশালী

মানুহ আছে নে নাই? সেয়ে যদি নহয় আন কোনোবা হ'ল, আৰু আমাৰ দুৰ্কপাল আহিবলৈ কিমান পৰ, তেওঁ কোনোবা পণ্ডিত-মাষ্টৰো হ'ব পাৰে, তেতিয়া হ'লে তেৱেঁ। ঘৰ সাজিলে আৰু বাইজে থাকিবলৈ পালে।" গোটেই সভাখন কাঁহ পৰি ক্ষীণ যোৱা যেন হ'ল, অলপ পিছতে দেখোঁ সেই পিজলী নামৰ বুঢ়ী পকৰাজনীয়ে থিয় হৈ হুকুহুকাই কান্দিবলৈ ধৰিলে, বুঢ়ীক কন্দা দেখি চেঙেলীয়া ল'ৰা কেইটাৰ বাহিৰে সকলো পকৰাই বাউচি জুৰিবলৈ আৰম্ভ কৰিলে। কেইবাটাৰো কান্দোনৰ প্ৰচণ্ডতা ইমান তীব্ৰ হৈ পৰিল যে সিহঁতৰ মূৰবিলাক ছিগি আঁতৰত পৰিলগৈ। কিন্তু সিহঁতৰ সেইফালে চাবলৈ আহৰিয়েই নাই, সেই ছিগামূৰেৰেই সিহঁতে কান্দি আছে। বিৰক্তিত মই তাৰপৰা উঠি আহিব খুজিছোঁ, এনেতে দেখোন একেলগে সিহঁতৰ কান্দোন বন্ধ হৈ গ'ল, হঠাৎ কাৰেণ্ট বন্ধ হৈ যোৱা ৰেডিঅ'ৰ দৰেই। তেতিয়া বুঢ়ীজনীয়ে খোকা-খুকি মাতেৰে ক'লে, "মৰিবলৈ আৰু চাৰিটা দিন আছে, জীৱনত চেনি অকণ, বিস্কুট অকণ মুখত দি নাপালোঁ, গতিকে বাইজ আমি এটা বৰ সৰাহৰ আয়োজন কৰি আশীৰ্বাদ এজোলোকা লওঁ,—এই মানুহজন যেন মাষ্টৰ নহওক, তেওঁ যেন পকা ঘৰ নাসাজক, আৰু তেওঁৰ যেন বহুত ল'ৰা-ছোৱালী হওক।"

পকৰা বাইজে তেতিয়া জয়ধ্বনি দিলে, "জয় ৰাম বোলা, জয় হৰি বোলা।" কিন্তু সেই চেঙেলীয়া পকৰা কেইটাই মুখ ঘূৰাই চিঞৰিলে, "বৰ সৰাহ জিন্দাবাদ।"

সিহঁতে মুখ ঘূৰাওতেই মোৰ মুখে মুখে পৰিল। লগে লগে "পলা পলা" শব্দ কৰি পকৰাৰ ছিগা মূৰবিলাকত খুন্দিয়াই কৰ্ক'ল খাই সিহঁত লৰি পলাল। পকৰাৰ দলটোৱেও নিজ নিজ মূৰবিলাক মুটলি লৈ কাঁহি ছিটিকা দিলে।

বৰ সৰাহৰ কৃপাতেই হ'বলা ঘৰৰ কাম সিহঁতৰ বাহুৰা মতেই আগ-বাঢ়ি যাবলৈ ধৰিলে বৰ কোবেৰেই। আন এদিন কামৰপৰা আহি ঘৰৰ কাম চাই গুচৰৰ মানুহ ঘৰৰপৰা অনা মুঢ়া এটাৰ ওপৰত বহি

চিগাৰেট হুঁপি আছিলোঁ। এনেতে চুকৰ ভাযোজ-পুলি এটাৰ ভজত এক নতুন ধৰণৰ হাঁহি-খিকিন্দালি আৰু কাণ তালমৰা দুই-এটা ভেকাহিও শুনিবলৈ পাই চকু ঘূৰাই চাওঁ যে বহুতো সৰু সৰু ভেকুলীয়ে জঁপিয়াই ফুৰিছে আৰু মাষ্টৰ ভেকুলী এটাই সিৰিপনি এডাল লৈ সিহঁতক পাছে পাছে কোবাই ফুৰিছে। মাষ্টৰজনে চিঞৰি গৈছে, "মাৰ-বাপেৰে তহঁতক ধিতিঙালি কৰিবলৈ স্কুললৈ পঠিয়াইছে নে? নিজৰ নিজৰ ঠাইত বহি যা।"

ভেকুলী ছাত্ৰবিলাক নিজ নিজ ঠাইত বহাৰ পিছত মাষ্টৰজনে চকী এখনত বহি যোঁপাৰলৈ ধৰিলে। ভাগৰ মৰাৰ পিছত ক'লে "আজি আৰু পঢ়া নহয়, তহঁতক শাসন কৰোঁতেই ভাগৰ লাগিল। ইমানদিন পঢ়ায়ো 'তোৰ্তোৰণি'ৰ 'ত' টোকে শিকাব নোৱাৰিলোঁ 'কেঁৎ-কোঁৎ' আদি ব্যাকৰণৰ প্ৰত্যয় তহঁতে এই জন্মত শিকিব পাৰিবি নে? বাৰু এতিয়া কিহৰ ক্লাছ আছিল?"

দুটামানে জঁাপমাৰি কৈ উঠিল, "সঙ্গীতৰ চাৰ"। দুটামানে শুধৰণি দিলে, "নহয় চাৰ, সঙ্গীত শিক্ষাৰহে।" ছোৱালী দুজনীমানে চিঞৰিলে, "সঙ্গীত শিক্ষাৰো নহয় চাৰ, গীত ৰচনাৰহে।"

আনজনীয়ে চুকৰপৰা চিঞৰিলে, "আজি চাৰ কবিতা আবৃত্তিহে।" মাষ্টৰজনে কোৱাৰি দুটা ডাঙৰকৈ মেলি আকৌ এটা গাঁজনি উৰালে। বুজিলোঁ এওঁ ৰৰ ৰাগ-প্ৰধান মাষ্টৰ। "কটিন কাৰো মুখস্থ নাই। কবিতা, গীত, সঙ্গীত একেই বস্তু। সকলো ৰাগৰ গুৰিতে সেই তা-না-নানা। কবিতাত সুৰ লগালেই গান হ'ব, গানৰ সুৰ গুচালেই কবিতা হ'ব। বাৰু আমাৰ আগৰ পালত গানটোৰ এটা কলি শিকা হৈছিল নহয়? "ভালকৈ হোৱা নাই, চাৰ"—এজাকে চিঞৰিলে। "জলপ জলপহে হৈছিল চাৰ"—আন এজাকে হাঁহিলে।

"আকৌ!"—ভেকাহি গাজি মাষ্টৰে ধমক লগালে, "বাৰু মই প্ৰথমৰপৰা গাই দিওঁ, তহঁতে শুনি যাবি আৰু কলিত চিন দি যাবি।" মোৰ এইখিনিতে কৌতূহল বাঢ়িল। বেডিঅ'ত কেতিয়াবা সংগীত শিক্ষা দিয়া শুনো, কিন্তু ভেকুলীৰ সঙ্গীত শিক্ষা শুনিবলৈ

পোৱা নাছিলোঁ, গজিকে একাণপতীয়াকৈ শুনি গলোঁ। মাষ্টৰে আৰম্ভ কৰিলে ঃ——আ আ আ আ তা-না-না •সাৰেগা——' গাৰাপা—পা-পা-হেই এই ফালৰ পকৰাজাক সেইফালে যায়।

হেই [ আকৌ গাই যাবা ]

অ' হে ই ঔ হায়

কাৰ ঘৰত ভজা মাছে তেলত জঁপিয়াই

অ অ অ হেয়া। লুচি পুৰি পুৰ-পুৰি

ক'ত পাবা তৰকাৰী

দে মোক দে মোক

গুড়গুড়ি খাওঁ।

কিছুমান ছাত্ৰই ভোৰভোৰাই উঠিল, "চাবে সদায় আমাক শিকাওঁ বুলি নিজেই গোটেইটো গান গাই পেলায়।"

"আকৌ। মনে মনে থাক। এবাৰ-দুবাৰ গালে বস বেছি নাযায়। মূৰ্খইত, নহ'লে শিকিবি কেনেকৈ? বাক তহঁতে নিশ্চয় মন কৰিছ শেহৰ ফাঁকিটো মই বিহুগীতৰ সুৰত গাইছিলোঁ। এই গানটোকে "বৰ্ষা-বাহাৰ" বাগত গালে শেহৰখিনিত বনগীতৰ সুৰ নিদি হিন্দী গীতৰ সুৰত দিব লাগে। আৰু কবিতা কৰিবৰ ইচ্ছা হ'লে শেহৰ ফাঁকিটো ব্ৰেকেটৰ ভিতৰত দি হেইঔ হায়ঔৰ ঠাইত ভট্ চিন দিব লাগে। এই গান তহঁতে বেডিঅ'ত গায়, তেৰাইটি শোত গায়, ক্ৰেছাৰ্ছ হোচিয়েলত গায়, সকলোতে 'এঙ্কৰ' 'এঙ্কৰ' শুনিবলৈ পাবি। কবিতা কৰি অৱশ্যে য'তে-ত'তে নপঢ়িবি, কাৰণ ছালডাঠ মানুহে ইয়াৰ বস সুবুজিব। ভজা মাছে জঁপিয়াব পাৰে নেকি? এই বুলিহে প্ৰশ্ন কৰিব। বাৰু আজিলৈ ছুটী হোৱাৰ আগতে তহঁতক এটা সুখবৰ দিওঁ। চৰকাৰক অনুনয়-বিনয় কৰোঁতে এই দানী ভদ্ৰলোকজনৰ হতুৱাই আমাৰ স্কুলৰ কাৰণে ঘৰ এটা সজোৱাৰ ব্যৱস্থা কৰিছে। মই গাঁঠিৰ ধন ভাঙি কিমানবাৰ শিলঙলৈ অহা-যোৱা কৰিলোঁ তহঁতে খবৰ নাপায়।

যি নহওক, সুখৰ খবৰ এয়ে যে ঘৰটো ভদ্ৰলোকজনে যৌতা-জেঠৰ

কৰিব যে খাটাং আৰু খাদ্য-বস্তুও তাতে থাকিব। যি নহওক শান্তিৰে আমি অধ্যয়ন কৰিব পাৰিম।”

ভেকুলীজাক যোৱাৰ লগে লগে টিক্ টিক্ ধৰণৰ শব্দ এটা শুনি ওপৰলৈ চাই দেখোঁ যে বাঁহৰ হেদালিখনত কেইটামান জেঠি। বোধহয় মাক-বাপেক আৰু পুতেক। মাকজনীয়ে পুতেকক সুধিছে, “হেৰৌ ভীখৰু, শুনিলি নহয়? পকাঘৰৰ আশা এৰ। মোক ইটো বস্তবাহে লাগে। দিনটো টলৌ টলৌ কৰে ঘূৰি ফুৰ, মোক বস্তবা-টোহে আনি দিব নোৱাৰ?”

ল’ৰাটো ছট ফটাই ঘূৰি ফুৰিছিল। তেনেকৈ ঘূৰি ঘূৰিয়ে ক’লে, “ঘৰটো সাজিলে আমি সোমালেই হ’ল। লাইট নহ’লেও লেমেৰেই আমাৰ চলি যাব। আৰু সিদিনা গিৰিহঁতে কাৰোবাৰ লগত কথা পতা শুনিছিলোঁ লাইট দিব নোৱাৰে, ধন নাই।”

“উ। যদি ধনেই নাই ঘৰ সাজিবলৈ গৈছে কিয়? ধিক্ তেনে মানুহৰ জীৱন। এনে মানুহে গৃহস্থী কৰে কিয় আৰু মানুহেও বা ইহঁতলৈ ছোৱালী বিয়া দিয়ে কিয়? লাইটেই যদি নহ’ল সেইখন ঘৰত কি খাই থাকিবি? লেমৰ ‘খিনি’ৰ আশা এৰ, সেয়া খহুৱাইতৰ কথা নুশুনিলি?” ইমান সময় বাপেকটোৱে গহীন হৈ সিহঁতৰ কথা শুনি আছিল। এইবাৰ কাহু এটা মাৰি ক’লে, “বোলোঁ শুনিছা ভীখৰুৰ মাক, এটা বুধি দিওঁ শুনা। গিৰিহঁতনী কোন সময়ত ঘৰ চাবলৈ আহে লক্ষ্য ৰাখিবা। গিৰিহঁত লগত থাকিবই, গতিকে লাইটৰ কথা ওলাবই। গিৰিহঁতনীয়ে যদি কয়, আৰু ক’বই, ‘যেনে-তেনে ধাৰ কৰি হ’লেও লাইটটোহে ল’ব লাগে। লেম-চাকিৰ চিম্‌নি কিনোঁতেই দেৱলীয়া হ’ব লাগিব। তাতে খেৰৰ ঘৰ।’

তেতিয়া তুমি ঠিক্ যি ঠিক্ বুলি তিনিবাৰ কৈ দিবা। গিৰি-হঁতনীয়ে যদি লগে লগে আঙুলিৰে কিহবাত টোকৰ মাৰি ‘সইত সইত সইত’ বুলি তিনিবাৰ কৈ দিয়ে, তেনেহ’লে কাম হাঁচিল। অৱশ্যে গিৰিহঁতনীক মই দেখা নাই, মৰমিয়াল, জেঠিৰ কাৰণে ভৱা মানুহেই হ’ব লাগিব।”

"বাক বাক, সেই ছলতে লোকৰ তিৰোতাৰ মুখলৈ নালাগে চাব। কেনেকুৱা মই চাই ক'মছি নহয়।"

"নহয় নহয়, মই সেইটো কোৱা নাই। সাধাৰণতে নতুন ঘৰ সজা গিৰিহঁতনীবোৰ মৰমিয়াল হয়, তাকেহে কৈছোঁ।"

মানুহ কিমান মূৰ্খ প্ৰাণী। মানুহৰ ওপৰত কিমানে টেক্স মাৰিব লাগিছে, মানুহৰ চাৰিওফালে কিমান ষড়যন্ত্ৰ চলিব লাগিছে। এইবোৰকে চিন্তা কৰি মই অলপ আঁতৰি ছাঁ এডোখৰত বহিলোঁহি। মোৰপৰা অলপ আঁতৰতে নতুনকৈ বহুৱা টিউবৱেলটোৰ পাৰটো আগদিনা পকা কৰিছিল। গতিকে পিছদিনা ৰাজমিস্ত্ৰীয়ে তাত পানী ভৰাই ৰাখিছে। অলপ পিছতে খিক্ কৰে হঁহাৰ শব্দ এটা শুনি চাওঁ যে এহাল শালিকা। দুয়োটা কলটোৰ কাষৰ হেন্ডেলখনত বহিছে। তাৰপৰা মাইকীজনীয়ে আকৌ এবাৰ খিক্ কৰে কলটোৰ পকা কৰা পাৰটোত বহিলগৈ। দুয়োটা বয়সত তৰুণ-তৰুণী, ভঙ্গ-বঙ্গীয়া, আৰু মাইকীজনীয়ে খিক্ খিক্ কৰে হঁহাবপৰাই অনুমান কৰিলোঁ দুয়ো নৱ-বিৱাহিত। তাৰ পিছত কইনাজনী মহা আয়মেৰে পানীত নামিল।

আহা-হা সেয়া কি গা-ধোৱা। এয়াতো গা-ধোৱা নহয়, এয়া দস্তুৰমত গা-স্নান। সাম্ৰাজ্ঞী নুৰজাহানে বা এলিজাবেথ টেইলৰেও ইমান আয়মেৰে গা ধুব পাৰিছিল বা পাৰে বুলি একেআষাৰতে ক'ব নোৱাৰি। বুৰিয়াই, সাঁতুৰি, পাখিবিলাক ভুবুৰিয়াই, ঠোঁটেৰে কটাজি কটাজি এবাৰ ভালেচাই মাতিলে "আহা-না তুমিও ধোৱাহি। তুমি যে কি আৰু—'আউটডেটেড।" মই মুখত জ্বলাবলৈ লোৱা চিগাৰেটটো খঙৰ তাপত আপোনা-আপুনি ভমক কৰে জ্বলি গ'ল। কি আস্পৰ্ধা। কি নিৰ্লজ্জ বৰ্বৰ। আজি-কালিৰ অসমীয়া নৱ-বিৱাহিতাই ইহঁতৰপৰাই গিৰিয়েকক 'তোমা-তুমি' ক'বলৈ শিকিলে। ইয়াকেই কয় সঙ্গ-দোষ। তাতোকৈ মই জমদগ্নিৰাম হৈছিলোঁ— মতাটোৰ অভ্ৰামিত। তিৰোতাজনীয়ে গা ধুইছে আৰু সি নিৰ্লজ্জই হিন্দী চিনেমা চোৱাৰ দৰে মহগুল হৈ চাই আছে। মই মানুহটো

ওচৰতে আছোঁ, অতবিলাক কাম কৰা মানুহ আছে, তাৰ সেইবিলাকলৈ ভ্ৰূক্ষেপ নাই। হেৰ, মানুহে চিনেমাতহে চায়, এনেকৈ বাহিৰত লোকক দেখুৱাই তিৰোতাই গা ধোৱা নাচায় নহয়, এইকণ ৰুচিবোধ নাই তইঁতৰ ?

"উস, আজিহে ধুনীয়াকৈ গাটো ধুবলৈ পাই মনটো ভাল লাগিছে। সঁচাকৈয়ে এই ভদ্ৰলোকজন ভাল মানুহ, আমাক গা ধুবলৈ পানীখিনিও সুবিধা কৰি দিছে।"

মতাটোৱে তেতিয়াও তাইক চাই চাইয়ে আত্মহাৰা ভেবাবাম গদ গদ। তাইৰ কথা কাণত সোমোৱাই নাই।

"হেৰা, কি ভাবিছানো ? ঘৰৰ মূধচৰ কাম কাইলৈ শেষ নহ'ব নে ? আমি পৰহিলৈ ঘৰ ল'বই লাগিব, নহ'লে আনে লৈ পেলাব। মনত ৰাখিবা পূবৰটো দেই, পশ্চিমৰটোত বৰ ব'দ পৰিব।"—বুলি থিক্ কৰে হাঁহি এটা মাৰি তাৰ গাতে গা লগাই বহি ক'লে, "মোৰ চেলাউৰিখিনি ঠোঁটেৰে ভাল কৰি দিয়ানা। 'আই ব্ৰু' পেন্সিল এডালো তুমি আনি নিদিলা!" ইমান সময়ৰ পাছতহে তৰুণ কোঁৱৰে মুখখন মেলিলে, "পেন্সিল লাগে, ৰিবন লাগে, ফল্‌চ্‌ হেয়াৰ লাগে, সকলো পাবা। গিৰিহঁত সোনকালে আহিবই নহয়।"

"বুজিছা, পূব ফালৰ মূধচৰপৰা ঘৰটোৰ ভিতৰত সোমাবলৈ সুবিধা ৰাখি দিছে মৰমিয়াল গিৰিহঁতে। আমি শুই উঠি গিৰিহঁতৰ ল'বা ছুটাই পটি থকা টেবুলৰ ওচৰলৈ গ'লেই হ'ল। সিহঁতে জেপত বিস্কুট লৈয়ে ফুৰে। থিক।"

"হ'বা হ'বা, গিৰিহঁতৰ ল'বা ছুটাৰ কথা যে কৈছা, সিহঁত বৰ আঘাইতং। নহ'লে সিহঁতে হাতত ছুটা বন্দুক লৈ ফুৰিব কিয় ?"

"ইছ, তুমিও বৰ অঁকৰা। বন্দুক ছুটাই শব্দহে কৰে, একো মাৰিব নোৱাৰে। মানুহে মানুহক মাৰিবৰ কাৰণেহে সঁচা-সঁচি বন্দুক লয়। মই 'এন টি টি'ত দেখিছোঁ নহয়।"

তাই নতুন কইনাৰ দৰেই খৰ খৰকৈ আধা-আধি উচ্চাৰণ কৰি

কথাবোৰ কৈ থোৱাত মাজে মাজে মোৰ বুকুৰ বলৈকে টান হৈছিল।

"হ'লেও মোৰ ভয় লাগে। আৰু সিহঁত যদি অঘাইতং নহয়েই সিহঁতে লগত ছুটা কুকুৰ লৈ ফুৰে কিয়? সেই ক'লা মাকজনী আৰু মুগা পোৱালিটো? তুমি বিস্কুট খাবলৈ থাওঁতে সি যদি জঁপ মাৰি তোমাৰ কিছা একামোৰ লৈ যায়, তুমি তেতিয়া খাবা, টাকলী হৈ নপৰিবা নে?"

"সেইটোনো কি চিন্তা কৰিবলগীয়া কথা? আজি-কালি নকল কিছা কিনিবলৈ পায়। তুমি নোহোৱা নোহোৱা কথাবিলাকলৈ আগতেই চিন্তা কৰি থাকা, কিন্তু হৈ থকা কথাবিলাকৰ বিষয়ে নাভাবা। আমাৰ ঘৰখনৰ কথা ভাবাচোন। আমি দুয়ো শিল্পী, দুয়োৰে দুটা শিল্পীমন আছে। আমি ধুনীয়াকৈ ৰিবন, ফিতা, কাটা আনি ঘৰখন সজাম। গিৰিহঁতৰ ল'ৰা দুটাৰ হাতত বহুত মাৰ্বল আছে। তাৰে দুটা আনি ঘৰটোত সজাই থ'ম।"

"ব'বাহে কি আৰ্ট কৰিবা? সৌটো জংঘাস্থৰ ঢোঁৰা কাউৰী গছৰ ডালটোত দেখিছা নে?"

সঁচাকৈয়ে গছৰ ডাল এটাত ঢোঁৰা কাউৰী এটা পৰি বকছ বকছ মাতেৰে দৈত্য-সঙ্গীত এটা আৰম্ভ কৰি দিছে। তাৰ লক্ষ্য ঘৰটোৰ ওপৰত। অলপ পিছতে মাইকীজনাও আহি তাৰ গানৰ লগে লগে অঙ্গি-ভঙ্গি কৰি নাচিবলৈ ধৰিলে। ঢোঁৰাবাটোৱে ভাওনাৰ বচন মতাদি ঘৈণীয়েকলৈ চাই কৈ গ'ল, "দেখছ দেখছ, আমাসাৰ কি ভাগ্যোদয়। আজি-কালি টোকোনা মানুহবিলাকে ঘৰত টিং লগায়। এই ভদ্ৰলোকজন কিমান মহৎ! হওক তেও, কেভিয়াবা কেভিয়াবা 'ল'ক' এডোখৰ [ তাৰ উচ্চাৰণটো 'লুক' যেন শুনাইছিল ] বা বিস্কুট একণ লকুৱাই থ'বলৈ ঠাই অকণ পাওঁ। আৰু ইয়াত নিশ্চয় শালিকাই ঘৰ সাজিব। উস্, কিমান দিন শালিকা পোৱালিৰ মঙহ একণ খাবলৈ পোৱা নাই। একেবাৰে পহুৰ মঙহৰ দৰেই দুৰ্লভ হ'ল।"

"থোৱা থোৱা তোমাৰ কথা, সিদিনা যথেষ্ট বিভাগৰ যৰমূৰীয়া

আহোঁতে ভোজ যে হৈছিল, তাত পছুৰ মঙহ খাবলৈ পোৱা নাছিলা ? আকৌ ডি এছ পি চাহাবৰ ঘৰত ? আকৌ সিদিনা নগৰৰ ৰবমুৰীয়াহঁতে যে পিক্‌নিক্ খাইছিলগৈ, আমি মটৰৰ ওপৰতে উঠি সেই পিক্‌নিক্ খাই অহা নাছিলোঁ নে ?”

“তই কেতিয়াবা এদিন-দুদিন খোৱাৰ কথা কৈছ। কিন্তু বুঢাহঁতে কোৱা শুনো আগৰ দিন কি ভোগৰ দিন আছিল। ঘৰে ঘৰে পছুৰ মঙহ, বৌ মাছৰ গাল, হাড। উস্, কি ভোগৰ দিন আছিল। (ঢোঁৰা কাউৰীৰ মুখত প্ৰায়ে এই কথাষাৰ শুনিবলৈ পোৱা যায়।) আজি-কালি মাৰোৱাৰীৰ ঘৰতে যি ভোগ আছেগৈ। কিন্তু কি হ’ব সিহঁত হ’ল নিৰামিষ।”

“বেয়াৰ ভিতৰত সিও ভাল দিয়াচোন। এতিয়া দুই-এচকল যি পাইছোঁ তাত ভেঁজাল নাই। কিন্তু যিয়ে নোকোৱা, এই ভদ্ৰ-লোকজন সঁচাকৈয়ে মহান, দেৱতাৰ লেখীয়া মানুহ।”

ইমান সময় শালিকা দুটাই কাণ-মুৰ থিয় কৰি সিহঁতৰ কথা শুনি আছিল। কাউৰী দুটায়ো বোধহয় সিহঁতক দেখা নাছিল। এইবাৰ শালিকাজনীয়ে মুখ পাতি ধৰিলে :

“বাক, বাক, লোকে ইমান যত্নকৈ ঘৰ সাজিছে তোমাক ল’ক লুকুৱাবলৈ দিবলৈহে ? গিৰিহঁতৰ ল’ৰা দুটাৰ যিহে বন্দুক আছে, তোমাৰ চকু উলিয়াই দিব। বুঢা লাপুং। ভেজখোৱা পিশাচ। পূব-ফালৰ মুখচটো আমি কেতিয়াবাই ঠিক কৰি থৈছোঁ। তোক ইয়াৰ চাৰি সীমাত যদি কেতিয়াবা দেখোঁ এই ঠোঁটেৰে চকু উঘালি পেলাম দুৱাখোৱা।”

“কলক্ কলক্। আমাকনো কিয় গালি পাৰিছ শালিকাহঁত ? পূব ফালৰ মুখচটো নহয় নে বাক ? পশ্চিম ফালৰটোলৈ কেতিয়াবা আহিম বাক নহয় নে ?”

“আহিবিচোন, আহিবি। মই ল’ৰা দুটাক চিঞৰি চিঞৰি মাতি দিম নহয়। তই শালিকা পোৱালি, পাৰ পোৱালি খাই ভাবিছ

তোৰ সমান বীৰ কোনো নাই। মূৰৰ খোলা ভাঙিম মই যদি আমুকী হওঁ।"

"মিছা বদনামবিলাক কিয় দিছ অ' শালিকা? বাৰু তইঁতে কেতিয়া ঘৰ ল'বি? তইঁতৰ পোৱালিকেইটা চাবলৈ এতিয়াৰ-পৰাই মন গৈছে। তইঁতে ঘৰ-সংসাৰ কৰি বংশ বৃদ্ধি কৰ, এয়ে আমাৰ ভগৱানৰ ওচৰত সদায় প্ৰাৰ্থনা। আমি পক্ষীজাতি এক জাতি, জাত, জাতি, বৰ্ণৰ ভেদ আমি নিজে পাতি লোৱা। মানুহৰ মাজত ইমান বিভেদ থাকিও যদি এক হ'ব পাৰে, আমিনো নোৱাৰিম কিয়? বাৰু আজিলৈ বিদায়হে, সদায় দেখা-শুনা হ'ম দেই।"

কাউৰীছাল উৰি যোৱাৰ পাছত শালিকাটোৱে ঘৈণীয়েকলৈ চাই ক'লে, "হেৰা, ঢোঁৰাই আচলতে ভাল কথাকে কৈছে দেই। ইয়াত বহুত চিন্তা কৰিবলগীয়া কথা আছে। তুমি মিছাতে গালিবোৰ পাৰিলা।"

"থিক্, তুমিও ভাল। আমাৰ কথাতে কয় বোলে কাউৰী আৰু মানুহক কেতিয়াও বিশ্বাস নকৰিবা। ইহঁতে আমাৰ পোৱালি খোৱাৰ কথা শুনা নাছিলা?"

শালিকা দুটা বোধহয় নৈৰ পাৰত সান্ধ্য ভ্ৰমণ কৰিবলৈ গুচি গ'ল। এক গভীৰ হতাশাত আৰু দুশ্চিন্তাত মই স্থিৰ হৈ বহি থাকিলোঁ। মোৰ ভাব হ'ল ঘৰৰ কাম বন্ধ কৰি দি ভেৰোণীয়া ঘৰতে জীৱনটো কটাই দিওঁ। মানুহ জাতিৰ তেনেহ'লে ভৱিষ্যৎ কি? ইমান ষড়যন্ত্ৰৰ মাজত মানুহ কিমান দিন টিকি থাকিব পাৰিব?

এনেতে দেখিলোঁ আলিয়েদি ল'ৰা দুটা জঁপিয়াই জঁপিয়াই আহি আছে। মোৰ থকা ঘৰটোৰপৰা নতুনকৈ সজা নিজৰ ঘৰটোলৈ এক ফাৰ্লংমান দূৰ। সিহঁতে নতুন ঘৰ চাবলৈ আহিছে। সিহঁতৰ মতে পৃথিৱীত মানুহে ইমান দিনে ভুল নিয়মেৰে খোজকাঢ়ি ফুৰিছে। প্ৰকৃততে সিহঁতৰ দৰে জঁপিয়াই জঁপিয়াইহে ফুৰিব লাগে। সিহঁতৰ পাছে পাছে আহে সিহঁতৰ বিৰক্ত হাঁ দুটা, অৰ্থাৎ

পপি আৰু ৰাম্মু নামৰ ভতুৰা মাক-পুতেক দুটা। সিহঁতৰ মতেও কুকুৰবিলাকে গৰাকীৰ আঁহি লৈ খোজকঢ়া উচিত। গতিকে দুয়ো জঁপিয়াই জঁপিয়াই আহি আছে। গৰাকীয়ে যদি ক'ৰবাত চৰাই এটা দেখি চিঞৰিছে, সিহঁতেও যিমান পাৰে অনুকৰণ কৰি চিঞৰিছে। পোৱালিটোৱে ঘৰৰ কম্পাউণ্ডত সোমায়ে লৰা-ঢপৰা কৰি মাকক মাতি আনি পাছফালৰ বাবাণ্ডাৰ খোল। ঠাইকণ দেখুৱালে। বাবাণ্ডাৰ চুকটোত শুই থাকিলেও পাকঘৰৰ ভিতৰখন যে চকুত পৰিব সেই কথাও উল্লেখ কৰিলে।

এনেতে শকত, অলপ ফাপৰে ধৰা কুকুৰ এটাই এমূৰত জেওৰা-খনৰ ফাঁকেদি মূৰটো সুমুৱাইছিল। কিন্তু আমাৰ ভতুৰা মাক-পুতেকে এনেকুৱা শ্ৰুতিকটু ভাষা প্ৰযোগ কৰি সিহঁতলৈ চোঁচা ল'লে যে কাম কৰা বনুৱা, ৰাজমিস্ত্ৰী, কাঠমিস্ত্ৰী সকলো অবাক হৈ নিজ নিজ কাম এৰি বৈ গ'ল।

"হেৰৌ কটাৰ পো কটা যোৱা ভতুৰা, খৰে খোৱা কপৰা বাপেৰৰ ঘৰৰ কম্পাউণ্ড পাইছ এইটো? লাজ নালাগে লোকৰ কম্পাউণ্ডত এনেকৈ মূৰ সুমুৱাবলৈ? নিধক ক'ৰবাৰ"—শেষ আষাৰ কথা আগৰবিলাকতকৈ বেলেগ সুৰত কৈছিল। সকলো ভতুৰা কুকুৰেই ডাঙৰকৈ বকাৰ শেষত—'নিধক ক'ৰবাৰ'—এই আষাৰেৰে সামৰণি মৰা নিশ্চয় সকলোৱে শুনিছে।

কুকুৰটোৱে বোধহয় আগতে ইমান শ্ৰুতিকটু ভাষা কাৰোপৰা শুনা নাছিল। বেচেৰা থতমত খাই বৈ কামলৈ অহা আন এটা লেবেলা কুকুৰলৈ চাই বৰ দুখেৰে হুমুনিয়াহ এটা কাঢ়ি থোকা-থুকি মাতেৰে ক'লে, "চোৱাহে বাইজ, চোৱাচোন ইহঁত মাক-পুতেকৰ ভাষা। (এটা-দুটাকৈ কৌতূহলী কেবাটাও কুকুৰ ইতিমধ্যে গোট খাইছিল।) মই ক'লোঁ বৰ ভাল কথা হৈছে, ইয়ালৈ এঘৰ নতুন মানুহ আহিব খুজিছে। পৃথিৱীত মানুহ বঢ়া মানে কুকুৰৰে গৌৰৱ। বোলোঁ হওক তেও, কেতিয়াবা দুটা-চাৰিটা ভাতকে চেলেকিবলৈ পাম। তাকে মই ঘৰটোৰ ৰেহ-ৰূপ চাইছোঁ, কেনিনো ভাত-জল পানৰ

থাল-বাটি খুব, পাকঘৰটোনো কেনি হ'ব—হেৰা, তোমালোকে কোৱাচোন মইনো কি নকৰা কামটো কৰিলোঁ?"

ৰামুৱে ফিকিয়াই আৰু দুখোজমান আগবাঢ়ি ক'লে, "ৰাক ৰাক লাপুং বুঢ়া, ভতুৱা তোৰ লেক্‌চাৰ শুনো। এই কম্পাউণ্ডত ভৰি দিছ নে, কাণ এখন কামুৰি ছিঙি দিম।"

মাকে পাছফালৰপৰাই পুত্ৰেকক সমৰ্থন কৰি ক'লে, "নহয় নো কি? বুঢ়া-ডেকা ইয়াত গোট খোৱা যিয়ে আছক।"

"হয় নে ইমান সাহ নে" বুলি কেৰাটায়ো একেলগে গৰ্জি উঠিছিল। পিছে ইতিমধ্যে গিৰিহঁতৰ ল'ৰা দুটাই শিলগুটিৰে কাজিয়াখন ভাঙি দিলে।

"ভতুৱা চুৱাপাত্ত চেলেকাৰ দল ক'ৰবাৰ" বুলি ৰামুৱে শেষ পেঁপেৰিটো দি উভতি আহিল। কাৰণ ইতিমধ্যে ল'ৰাহঁতে পকেটৰপৰা বিস্কুটৰ পেকেট উলিয়াইছিল। টীকা-টিপ্পনী নিষ্প্ৰয়োজন।

---

## ॥ তিনিটা মেকুৰী পোৱালি ॥

### [ মাকজনী আছেই ]

মেকুৰী পোৱালিক লৈ এটা গল্প লিখিম এই উদ্দেশ্যেৰে মই মেকুৰী পোৱালি এটা চুৰকৈ অনা নাছিলোঁ। আনিছিলোঁ এন্দুৰৰ উৎপাতৰ-পৰা ৰক্ষা পাবলৈহে, অৰ্থাৎ সেই ঋষিজনৰ দৰে। সাধুৰ ঋষিজনে নিগনিৰ উৎপাতত মেকুৰী পুহিব লগা হৈছিল প্ৰথমে। মযো। মেকুৰীক গাখীৰ খুৱাবলৈ গৰু এজনীও পুহিব লগা হ'ল ঋষিজনৰ। মই গাখীৰ উঠনা ল'লোঁ। গৰু ৰখিবলৈ গৰখীয়া, গৰখীয়াক খুৱাবলৈ অধিক আহাৰৰ যোগান, কাপোৰৰ যোগান—এইদৰে ঋষি গৈ বনতে সংসাৰী হৈ উঠিল। মই ঘোৰ সংসাৰীটো গৈ ঋষি আৰু কি হ'ম,—ঘৰতে সংসাৰী হ'ব লগা হ'ল। সেইটোৱেই মোৰ গল্পৰ মৰ্ম।

এদিন যেতিয়া নোদোকা এন্দুৰজনীয়ে শ্ৰীমতীৰ মূল্যৱান কাপোৰৰ ছুটকেচৰ ভিতৰত পোৱালি দি প্ৰায় চকু গজা কৰি তুলিলে, সেই দিনাহে আমি তাইৰ মেটাৰ্ণিটি ৱাৰ্ডটো আৱিষ্কাৰ কৰি এই বে-দখলি কাৰ্যৰ ঘোৰ প্ৰতিবাদ স্বৰূপে কাপোৰৰ খণ্ডিত অংশবোৰেৰে সৈতে সবংশে সিহঁতক বনবাস দিলোঁ আৰু কাৰোবাৰ ঘৰৰপৰা চুৰ কৰি হ'লেও মেকুৰী পোৱালি এটা যোগাৰ কৰিবলৈ ল'ৰাহঁতক, কাজাক নিৰ্দেশ দিলোঁ। কাজায়ো বজাৰৰ মোনাৰ ভিতৰতে কাৰো-বাৰ ঘৰৰ পদূলিৰপৰা ফাক মাৰি এদিন তাইক লৈ আহিল। তিনি-মহীয়ামানৰ ধুনীয়া, নোদোকা মেকুৰী পোৱালিটি। ঘৰৰ সকলোৱে তাইক মৰত ল'ব নে মাটিতে থ'ব একো স্থিৰ কৰিব নোৱাৰি কোলাই কোলাই লৈ ফুৰোৱাৰে ব্যৱস্থা কৰিলোঁ। তাইৰ কাৰণে বেলেগ প্লেটৰ ব্যৱস্থা, গাখীৰৰ ব্যৱস্থা, বিস্কুট, মাছ আদিৰ সুব্যৱস্থা কৰি দিয়াত এমাহৰ ভিতৰতে আৰু নিপোটলজনী হৈ পৰিল। এবাৰ এন্দুৰ-নিগনি পলাই ফাট মাৰিলে।

যথাসময়ত তাই কোলাৰপৰা বিচনালৈ, বিচনাৰপৰা চক-চৌকালৈ মানুহৰ লগে লগেই অহা-যোৱা কৰিবলৈ ধৰিলে। চাহ, ভাত বনা সময়খিনিত তাই উধানৰ ওচৰতে জুপুকা মাৰি বহি লয় আৰু পিছলৈ আহাৰৰ প্লেটখন বা নিৰ্দিষ্ট সময়বো প্ৰয়োজন তাইৰ নোহোৱা হ'ল।

ঘৰৰ ভতুৱা কুকুৰটোৱে এদিন তাইক পাকঘৰৰ চৌকাৰ কাষত বহি থকা দেখি বিচূৰ্তি। গিৰিহঁত-গিৰিহঁতনীবিলাকৰ চকুত চলাহিয়াই ধৰিলে নেকি? যি পাক-ঘৰৰ দুৱাৰ-মুখলৈ তাৰ ছাঁটো যোৱাও নিষেধ, সেই পাক-ঘৰৰ চৌকাটোৰে ওপৰত বহি লৈছে তাই।

খঙত অগ্নিশৰ্মা হ'ল সি। গৰ্জি উঠিল কুকুৰ গৰ্জনেৰে—

"এই চুৱাখাইটি, চুৰুণী, নিলাজী! তই তাত কি কৰিছ? ওলাই আহ! নাছিলি নে? গিৰিহঁত বা কাজাই দেখিলেও তোৰ হাড় নথ'ব।"

"য়াওঁ, য়েওঁ, চুৱাখোৱা ভতুৱা, চুৱাপাতনিৰ মাছৰ কাঁইট খোৱা ফপৰা, মোক দেখোন গালি পাৰিবলৈ সাহ পায়? তোৰ নিচিনা স্নেহ পাইছ নে মোক পাক-ঘৰত সোমাবলৈ নিদিবলৈ?"

"ভ অ অউ! কালিৰ ছুৱালে পৰহিৰ গীত গায়! এইখন ঘৰত মই কোন আৰু তই আছিলি কেতিয়া? আছিয়েই দেখোন ধেইদাওঁ বুলি আখলৰ খোঁটালি পাইছ?"

"তোৰ সেইবিলাক গাঁৱলীয়া ফকৰা-যোজনা কাৰোবাৰ আগত মাতগৈ, মোৰ আগত নামাতিবি থৰে খোৱা ফপৰা। মই যেন চাহাব, দেখিছই নহয় মই গিৰিহঁতৰ কোলাত বহোঁ, ওচৰতে খাওঁ, একে বিচনাতে শোওঁ।"

"আজি, আজি, মই পাক-ঘৰত প্ৰৱেশাধিকাৰ পাব লাগিছিল, তোৰ হাড়-মগুহ বেলেগ বেলেগ কৰি কাউৰি-শগুণক বিলাই দিলো-হেঁতেন। আজি তই ওলাই আহচোন এবাৰ, খিড়িকী বন্ধ যেতিয়া এই দুৱাৰেৰেহে যাবি? এই মই ব'লোঁ তেনেহ'লে দুৱাৰ-মুখতে।"

তাই তাইৰ নিৰাপত্তা ব্যৱস্থা লৈ এপাক চকু দি ফিক্ কৰে হাঁহি এটা মাৰি তাক দেখুৱাই সোঁ-হাঁ'তাৰাখন 'চলেকিবলৈ ধৰিলে।

তাইৰ হাঁহিটোৱে তাৰ সৰ্বশৰীৰ জ্বলাই দিলে—গোৰগোৰাই উঠিল গোটেই কুকুৰটো। কিয় ঈশ্বৰে তাক পাক-ঘৰত সোমাব নোৱাৰাকৈ সৃষ্টি কৰিলে, তাৰ বাবে বিধাতাকো এজাউৰি গালি সোধালে।

তাই অৱশ্যে পেটে পেটে বৰ ভয় খাইছিল। এচৰত গিৰিহঁতৰ ঘৰত কোনো মানুহ নাই—ভতুৱা কুকুৰৰ কি বিশ্বাস—জঁাপ মাৰি যদি তাইক কামোৰ মাৰি ধৰেহি। হওঁতে গিৰিহঁতে তাক সাৱধান কৰি থৈছে, তাইক কামুৰিলে তাৰ জান যাব—পিঠিত বাবৰিফুল বাছিব—তথাপি সেয়া পিছতহে। আগতে কামোৰটো পৰিবই। বাহিৰত কিন্তু তাই গহীন হৈ হাঁতোৰাৰ তলুৱাখন চেলেকিবলৈ ধৰিলে। তাৰ পিছত কেৰাহিকৈ এবাৰ তালৈ চাই ক'লে, “বোন্দাচৰ বুলি বস্তু এটা যে আছে, মানুহেও যাক আদৰ কৰি নিজৰ কৰি লৈছে—সেই বস্তুটো কোনে সৃষ্টি কৰিলে জান নে ?”

সি তাইৰ ভাষাৰ তাৎপৰ্য বুজিবলৈ অলপ সময় চিন্তা কৰিব লগা হ'ল। সঁচাকৈয়ে মেকুৰীৰ ভাষা কুকুৰে কিয়, মানুহেও বুজিব নোৱাৰে। মানুহে কিন্তু কুকুৰৰ ভাষা সহজে বুজিব পাৰে, মানুহৰ লগত কুকুৰৰ বহুখিনি তুলনাও আছে বুলি সি মানুহৰ মুখতেই কোৱা-মেলা শুনিছে। সি মানুহক কুকুৰ বুলি মৰমেৰে মতাও শুনিছে, কিন্তু মেকুৰী বুলি মতা শুনা নাই।

হঠাৎ কি হ'ল সি নিজেই ক'ব নোৱাৰিলে। এবাৰ তাক ছাগলী এজনীয়ে খেদোঁতে গোলাপ ফুল এজোপাৰ মাজেদিয়ে দৌৰ দিছিল—বহুদিনলৈ গোটেই গাটোত হুলৰ বিষ—কেঁকাই থকাৰ অৱস্থা। এতিয়া গাল দুখনত তাৰ যেন গোলাপৰ কাঁইটেৰেহে দুটা কোৰ মাৰি গ'ল। ঠাঁচ ঠাঁচ দুটা চৰৰ শব্দ—'ফোৰৰ কোঁচ' ধৰণৰ অদ্ভুত এটা মাত আৰু লগতে ভতুৱাৰ প্ৰাণফালি নিয়া চিঞৰত—কাণ্ঢা টোপনিৰপৰা উঠি—নহয় টোপনিৰে উঠি পাক-ঘৰ পালেহি। কেং-কেঙাই কুকুৰ দৌৰ মাৰিলে আৰু মেকুৰী গৈ টাটীখনৰ ওপৰত উঠি বাৰাণ্ডাৰ চাললৈ যাবলৈ সাজু হৈ কুকুৰটোৰ ফালে চাই হাঁহি

হাঁহি ক'লে, "পাজি, পাজি নে শোকোতাটো? মোকৰ ভঁৰ-ঘৰৰ মেকুৰী-ছোৱালীক আৰু কেতিয়াবা জোকাবি?"

তাই ভাবিছিল কাঞ্চাই তাইৰ কথা বুজিব আৰু গিবিইঁতক কৈ ভতুৰাক ভালকৈ এসেকা দিব। কিন্তু পাক-ঘৰৰ গাখীৰৰ বাহিৰে কাঞ্চাই আন কথা নুবুজে আৰু গাখীৰখিনি তাই চুৰ কৰা নাই— সেই বিষয়ে সি নিশ্চিন্ত হৈ আকৌ দুপৰীয়াৰ টোপনিৰে সৈতে বিচনালৈ গ'ল।

দুমাহমানৰ পিছত তাইক দেখা গ'ল ক'লা বোল্লা এটাৰ সম্মুখত লৈ ঘৰৰ পিছফালে ভগৰজোপাৰ তলত বহি আছে থমথমকৈ। দুয়ো দুটা যেন পুতলাৰ মেকুৰীহে—আনকি উশাহ পর্যন্ত লওঁতেও গাটো উঠা-নমা কৰা নাই।

"তোমাৰ মুখখন ইমান ধুনীয়া"—কোনোবা কবিতা এটাৰ শাৰী এটা মনত পেলাই বোল্লাই গুজুপকৈ ক'লে।

"হয় নে? বাৰু তোমাৰ মুখখন ইমান কুৎসিত কিয়? মুখখনত অলপ চুণ সানিও বগা কৰিব নোৱাৰা নে?"

"সেইটোৱেইটো মোৰ দুখ। কি কৰিবা কপাল। ঈশ্বৰে যেনেকৈ সৃষ্টি কৰিলে।"

"তেনেহ'লে অহা জন্মত মুখখন অলপ ধুনীয়াকৈ লৈ জন্ম ল'বা। তেতিয়া মোক বিয়া কৰাবলৈ আহিবা।"

"অহা জন্মত মেকুৰীয়েই হওঁ নে, কুকুৰেই হওঁ নে, মানুহেই হওঁ নে, কেনেকৈ জানিবা? কুকুৰ হ'লেও বাৰু যেন-তেন, মানুহ হ'লে আৰু চিলিম ছিগিল নহয়। দেখিছোঁ নহয় মানুহক—দিনে-ৰাতিয়ে ভাতকে বান্ধিছে, মাছকে বাছিছে, চাহকে কৰিছে, কিবা এটা নহয় কিবা এটা কৰিছে কোনোমতে পেটটো ভৰাইছে। আমাৰ দৰে আৰামত কোনে থাকবলৈ পাব?"

"ঠিক আছে, অহা জন্মত তুমি যদি কুকুৰ হোৱা, ময়ো এজনী ধুনীয়া কুকুৰ হ'ম। হ'বনে? এতিয়া তুমি তালে তালে আঁতৰ হোৱা, নহ'লে গিবিইঁতৰ ভতুৱাক লগাই দিম।"

"অহা জন্মত যদি তুমি মোৰ লগতে কুকুৰ হ'বলৈ বিচাৰা, তেনে-হ'লে বুজা গ'ল, তুমি মোক ভাল পোৱা। উস্ শব্দটো উচ্চাৰণ কৰোঁতেই কেনেকৈ বুকুখন কঁপি উঠিছে, এবাৰ কোৱাচোন, সুন্দৰী, চেনেহী, এবাৰ মাথোঁ, এবাৰ কোৱা—মোক তুমি ভাল পোৱা। 'ভাল পাওঁ' এই কথাষাৰ এবাৰ মাত্ৰ তোমাৰ মুখত শুনিলেই মই গুচি যাম—মই সন্ন্যাসী হ'ম—তপস্বী হ'ম—তপস্যা কৰি প্ৰাণ ত্যাগ কৰি নতুনকৈ ধুনীয়া হৈ জন্ম ল'ম। নাইবা ছিপ্নি হৈ যাম।"

"ঠিক সঁচা কৈছা? নে মুখস্থ গাইছা?"

"সইত্ত খাই কৈছোঁ। মুখস্থ কৰিবলৈ মই দেখোন নপঢ়োঁৱেই।"

"তোমাৰ মুখখন ধুনীয়া নহ'লেও তোমাৰ কথাবিলাক হ'লে ধুনীয়া। ইমান ধুনীয়া কথা ক'ত শিকিলা—কোৱানা? যদি কিতাপ নপঢ়াই?"

"কিয়, বেডিঅ'ত? এইবিলাক কথা মানুহৰ মুখে মুখে দেখোন, মানুহৰ ল'ৰা-ছোৱালীবোৰে চিঠিতো লিখে।"

"তুমি দেখিছোঁ মোতকৈ বহুত জানা। তুমি মানুহৰ কথা কিমান জানা!"

"সিহঁতবে ভজা মাছ, এন্ধা গাখীৰ, চৰ-গোৰ খাই ডাঙৰ হৈছোঁ—সেই খুলশালীহঁতৰ কথা নাজানিম নে?"

"এ-এ—তুমি তেনেহ'লে বিয়া কৰাজা ক'ৰবাত এজনী। নহ'লে খুলশালী পালা কেনেকৈ?"

"নহয়—তোমাৰ আগত ভদ্ৰভাবাত কৈছোঁ। 'চালা' বুলি ক'লে কিজানি অভদ্ৰ বুলি কোৱা!"

"তোমাৰ নো মানুহৰ ওপৰত ইমান খং কিয়?"

"তোমাৰ হ'বলা নহ'ব? দিনটোত যেতিয়া এশবাৰ চৰ-গোৰ-কৰ্মুটিৰ কোব খাবা—তেতিয়া গম পাবা। মাত্ৰ তোমাৰ গিৰিহঁতৰ ঘৰৰ এন্দুৰখিনি নাইকিয়া হওক।"

"ঐ... এ. হয় নেকি। তেনেহ'লে তোমাবে সৈতে বনলৈকে গুচি যাওঁ ব'লা—তাতে সুখেৰে থাকিব পাৰিম।"

"বনলৈ তুমি যাবা কিয়? তোমাৰ সৌন্দৰ্য আছে, ৰূপ-লাৱণ্য আছে, ধুনীয়া কাপ এটাত ভৰাই থোৱা একাপ গাখীৰৰ দৰে, এখন মুখ আছে, তুমি কি দুখত বনলৈ যাবা? মোৰ নাই ৰূপ, নাই গুণ, কোনেও মোক ভাল নাপায়· ।"

"বাক, বাক ব'বা, তুমি বৰ চেন্টিমেণ্টাল। ঠিক আছে মই তোমাক ক'লোঁ—মই ভাল পাওঁ। হ'লতো?"

"আ আ আ হৈছে হৈছে, ভজা পাভ মাছ এটা মোৰ মুখত আছি পৰা যেন লাগিছে। আকৌ এবাৰ আকৌ এবাৰ ক'বা নে সুন্দৰী?"

"ভাল পাওঁ।"

"আ আ আকৌ"

"ভাল পাওঁ।"

"হৈছে হৈছে, মোৰ জীৱন ধন্য হৈছে, আজি বাতিয়েই মই বনলৈ গুচি যাম। এয়েই আমাৰ শেষ দেখা।"

"ব'বাচোন ব'বা, এটা দিন বাট চোৱা, বাতিয়েই নাযাবা। বাৰু তোমাৰ জাত কি? কোন গোত্ৰৰ? কি কুলীয়া? কিবা নীহ-কুলীয়া নেকি?"

"আমি বিশুদ্ধ মাৰ্জাৰ গোত্ৰৰ, বোম্বা কুলৰ। এই দেশত আমাতকৈ ডাঙৰ গোত্ৰ আৰু কুলৰ মেকুৰী নোপোৱা। অৱশ্যে ইংলেণ্ড-আমেৰিকাৰ কথা সুকীয়া।"

"জানো সেইবিলাক দেশৰ নাম শুনা নাই। কিন্তু আমাৰ কুল-গোত্ৰছে সকলোতকৈ ডাঙৰ বুলি সকলো আয়ে কোৱা শুনিছিলোঁ।"

"আজি-কালি জাত-কুল বিচাৰৰ দিন উকলিল বুজিছা? মই আচৰিত হৈছোঁ, তুমিও—তোমাৰ দৰে প্ৰগতিশীলা মেয়েঁও জাত-কুলৰ খবৰ কৰিছা?"

"থাহিৰতহে প্ৰগতি। ঘৰত, বিশেষকৈ বিয়াৰ কথাত জাত-কুলৰ প্ৰশ্ন আহিবই।"

"যুঠতে মনৰ মিলটোহে আচল মিল,—তোমাৰ মনে গ'লে, মোৰো মনে গ'লে কি কৰিব কলিতা-কুলে।"

"আহা—আ। ইমান ধুনীয়া বিহুগীত কত শিকিলা ?"

"কিয়, ৰেডিঅ'ত, মাইক্রোফোনত, পিক্‌নিকলৈ যোৱা গাড়ী-বিলাকত, সৰস্বতী পূজাৰ প্রতিমা বিসর্জনত—"

"আকাশত বিহুনাম—বতাহত বিহুনাম—বিহুনাম বোন্দাৰ মুখত"—বুলি বোন্দাই সেই মেদেলা গাটোৰেই ভেঙুচা-ভেঙুচি কৰি বিহুনাচৰ পাক এটা দি দিলে।

তাই খিলখিলাই হাঁহি দিলে।

"হাঁহিলা কিয় ? তুমি নাচ জানা ?"

"বিহুনাচ নাজানো।"

"কি জানানো ?"

"টুইষ্ট্।"

"উ-উ তাকে নাচাচোন। কেনেকৈ নাচে ?"

"দুটা ঠেঙৰ ওপৰত নাচিব লাগে, আমাৰ কাৰণে অলপ টান।"

"দুঠেঙীয়াবোৰৰ নাম নক'বা। তোমাৰ গিৰিহঁতৰ সেই অসুৰ কেইটাই মোক দেখিলেই শিলগুটি মাৰে, কয়—'ধৰ ক'লা বোন্দাক, মাৰ।' সিহঁত যে দুঠেঙীয়া, খবৰেই নাই।"

"কিন্তু টুইষ্টৰ কাৰণে দুটা ঠেং ভাল। বাৰু শুনা, তুমি এতিয়া যোৱাগৈ—কাইলৈ লগ হ'ম। সিহঁত আহিব পাৰে। আৰু শুনা, তুমি আকৌ বাতিয়েই বাবাজী হৈ গুচি নাযাবা।"

"কিয় নাযাম ?"

"যিজন বোন্দা যুৱকে মোৰ কাৰণে সন্ন্যাসী হ'বলৈ ওলাইছে, তেওঁক মই নিশ্চয় বিয়া কৰাম।"

"বাঃ বাঃ। ধিনিকি ধিন্দাওঁ। খিটিতাক গিৰ্জাওঁ, গিৰ্জাওঁ। ধৰাচ্—কোৰোঁচ্।"

নাটকীয়। সম্পূর্ণ নাটকীয়।

সম্পূর্ণ নাটকীয়ভাৱেই ভক্তুৱাৰ প্রৱেশ ঘটিল, অতি নাটকীয়ভাৱেই

বোন্দাই একেজাঁপে দেৱাল পাৰ হৈ 'সোধ-পোহ-থুপুহ' কৰিলে আক লগে লগেই মেৰেঁ কোঁচ শব্দ কৰি তাইৰ নোৱবোৰ ফুলাই দি কঁকালৰ অংশটো ওপৰলৈ দাঙি, নখবিলাক আধা চেপ্টিয়াটাবমান উলিয়াই নেজ দাঙি ভতুৱালৈ শেনচকুৰে চাই ৰ'ল।

প্ৰেমৰ বাটত বহুত বিঘিনি—ভতুৱাই তাইক একো নকৈ আন বাটেদি বোন্দাক খেদি যোৱা দেখি তাই গাটো আগৰ নিচিনা কৰি ভাগ্যক দোষী পাক-ঘৰৰ কালে খোজ ল'লে।

ভতুৱাই বোন্দাক খেদিও ধৰিব নোৱাৰি তাইক শুনাই কেংকেঙাই ক'লে, "ক'লা বোন্দাৰ যদি ছাঁটোও আজিৰপৰা এই চৌতালত দেখোঁ, তেনেহ'লে কাকো সুখেৰে নেৰোঁ। পিৰীতিৰ জোল যাছিৰ কৰিম।"

তাই মুগুনাৰ ভাও ধৰি কাষাই লুচি ভজা চাবলৈ লাগিল।

ভতুৱাৰ ভোটা বুদ্ধিক সিহঁতে ঠগিবলৈ বেছি কৌশল কৰিব নালাগিল অৱশ্যে। সিহঁতৰ দুই-এদিনতে বিয়া হ'ল—আক ডাই-ভোৰ্চো হ'ল। মেকুৰীৰ ডাইভোৰ্চ পশ্চিমীয়া দেশবিলাকতকৈ সহজ। কিন্তু কেইমাহমানৰ পিছত তিনিটা অদ্ভুত ধৰণৰ মেকুৰী পোৱালি ভঁৰালৰ এচুকত পাচি এটাত আৱিষ্কাৰ কৰিলে ল'ৰা-ছোৱালীহঁতে। সিহঁতৰ আনন্দৰ সীমা নাই, কিন্তু আমাৰ গৃহস্থ-গৃহিণীৰ মুখ শুকাই গ'ল। কেবাজনীও বিয়া দিব লগা ছোৱালীৰ মাক-বাপেকৰ যেনে মানসিক অৱস্থা, আমাৰো হ'ল তদ্ৰূপ। "এই কুৎসিত মেকুৰী পোৱালি লৈ ক'ত গ্ৰাহক বিচাৰি পাম, কোনে সিহঁতক নিব? ঘৰতেই বা ৰাখিম, থুৱাম কেনেকৈ। শুনিছোঁ আজি-কালি বহু মানুহে মেকুৰী পুহিবলৈ নোখোজে।"

"মানুহৰ ঘৰৰ ওচৰত থোৱাম ভেতিয়া কুকুৰে নামাৰিব।"

"কিন্তু আকৌ যেতিয়া পোৱালি হ'ব?"

"মাকজনীকে খেদাম। বিস্নাৱালাক ৰাতি বহুত আঁতৰত এৰি দিয়াম।"

"ঠিক আছে। তোমাৰ গহনা হৈ গ'ল। কিন্তু পোৱালি

ডাঙৰ হ'ব কেতিয়া? হায় ভগৱান! ঘৰ এৰি সন্ন্যাসী হ'ব লাগিব যেন পাইছোঁ।"

"কোনেনো হাতত ধৰি আছে? ঘটি, কম্বল ময়ে যোগাৰ কৰি দিওঁ, চিম্‌ভাডাল মাত্র বিচাৰি লওক।"

চিম্‌ভাডাল ক'ত পাম বিচাৰি থাকোঁতেই এদিন দেখিলোঁ তাই পোৱালিবোৰ মুখেৰে কামুৰি ঠিক মোৰ বিচনাখনলৈ লৈ আহিছে। চিম্‌ভাৰ চিন্তা এৰি কাগজৰ বাকচ এটাকে ঠিক-ঠাক কৰি সিহঁতক আন এটা কোঠাত থোৱালোঁ। তাৰ পিছৰপৰা সপ্তাহে সপ্তাহে সেই এটা মোৰ কাম বাঢ়িল। তাই এটা এটাকৈ আন এটা কমলৈ পোৱালি নিব, মই সেই পোৱালিবিলাক নিয়মত আৰু নতুন এঠাইত থোৱাত সহায় কৰি দিব লাগিব।

এদিন দেখিলোঁ জঁাপ মাৰি তিনিওটা গৈ মোৰ বিচনাখনতো "উঠিব পৰা হ'ল। মাকে যেতিয়া চকু মুদি আধ্যাত্মিক চিন্তাত নিমগ্ন হৈ বাবাণ্ডাত বহি থাকে, জুপুকা মাৰি, তাইৰ নেজৰ বগা আগটোক লক্ষ্য কৰি তিনিওটাই সমানে জঁাপ মাৰে। তাই তপস্যা ভঙ্গ নকৰাকৈয়ে বৰশী চিপ্‌ মৰাদি নেগুৰৰ আগডাল চিপ্‌ মাৰি দিয়ে।

"হেঃ হেঃ হেঃ, নোৱাৰিলোঁ নোৱাৰিলোঁ।" সিহঁত তিনিওটাই কিৰীলিয়াই উঠে।

এবাৰ কোনোবা এটাই ধৰিলে থাপ্‌ মাৰি। তাই অলপ দুখো পালে। কোঁচ কৰি সিহঁত তিনিওটাকে গৰজি উঠিল। মুখৰ ভিতৰতে কিবা ভোৰভোৰালে।

সিহঁতৰ খেমালিও বন্ধ হ'ল।

"অকল মানুহৰ পোৱালিবিলাকৰ দৰে লৰা-চপৰা কৰি ফুৰ্ফুৰি বিৰিচোন। এয়া মই কেনেকৈ আছোঁ চকুহাল মুদি, ইন্দ্রিয়বিলাক অন্তর্মুখী কৰি মাজে-মাজে ধ্যান কৰিবলৈ নিশিক কিয়?"

"কিয়নো ধিয়ান কৰিব লাগে? তাৰপৰা লাভ?"

লিগনিহঁতে ভাবিব আমি আৰু সিহঁতক বধ নকৰোঁ। তেতিয়া লাহে লাহে সিহঁতৰ সাহ বাঢ়িব, মুখৰ আগলৈ আহিব।"

"আহিলেই ধৰিম• ? কেনেকৈ ধৰিম ?"

"শিকাৰ নহয় লাহে লাহে। গিৰিহঁতক দেখুৱাই এটা ধৰিবি আৰু শোৱা বিচনাৰ তললৈ নি খাবি। আটাইবিলাক এন্দুৰ ধৰিলে কিন্তু বিপদ।"

"কি বিপদ ?"

"বগলীয়ে মাছ যিটি পায়, তভালিকে খাই, নাপালেই থাকে সুদা পেটে। অর্থাৎ কেতিয়াবা ঘৰত মাছ-গাখীৰ নাথাকিলে পেটলৈ আহাৰ নাযাব—তেতিয়া কি কৰিবি ? তাবোপৰি ঘৰত এন্দুৰ-নিগনি নাথাকিলে গিৰিহঁতে আমাকে খেৰপৰা খেদি দিব।"

"বাৰু, খিয়ান কৰিলে নেগুৰডাল লবাই থাকিব লাগে নেকি ?"

"কি বেয়া অ' ? নেগুৰডাল লবাই দিছো তইঁতক চিকাৰ দেখুৱাবৰ কাৰণেহে। অৱশ্যে নেগুৰডালে ধ্যান নকৰে, কৰে মনটোৱেহে, গতিকে নেগুৰডাল লবাই থাকিব পাৰ।"—চিন্তা কৰিয়ে তাই উত্তৰটো দিছিল আৰু মনতে ভাবিছিল, বগী খুড়ীক পালে কথাটো সুধি ল'ব। বগী খুড়ীৰ বয়স হৈছে, চুলিও পকিছে, গতিকে এই বিষয়ে ক'বও পাৰিব।

"যদি চিকাৰ শিকাবই খুজিছা, তেনেহ'লে আমাক ধম্‌কি দিলা কিয় ?"

"ইমানকৈ কামোৰ মাৰিছ। বাৰু ব'বি—সোঁজনী শালিকা দেখিছ ? চেষ্টা কৰচোন, কোনটোৱে ধৰিব পাৰ।"

কথাৰ লগে লগে ছুইটোৱে জঁাপ এটা মাৰিলে। শালিকাই "খি-বি-ক্" শব্দ কৰি লৰ দিলে।

"পণ্ড কৰিলি, পণ্ড কৰিলি। তেনেকৈ লৰি গৈ শালিকা কিয় তইঁচিৰিবিতা এটাও ধৰিব নোৱাৰিবি। প্ৰথমে জাঁৰ ল'বি,—গছ, খুঁটা বি পাৱ। তাৰ পাছত বেটিয়া চৰাই আহি অলপ ওচৰ পাৰ, তেতিয়াই চোপ ল'বি। তাৰ পিছত জঁাপ। দুটা জঁাপেই যথেষ্ট, তিনিটা কাচিং ( অনাত—দুটা সন্তানেই যথেষ্ট যেন লাগিল )। বাৰু

ৰ'বি এদিন ডহঁতক কঁঠালগুটীয়া এটা বা উঁইচিবিঙা এটা আনি দিম জীয়াই জীয়াই।"

"বাঃ বাঃ কি স্ফূৰ্ত্তি, আজিয়েই আনা, আজিয়েই আনা।"

"ৰ'বিহঁত! ভুকুতে কলটো নপকে নহয়।"

মই বিচনাত বাগৰ দি থকাৰপৰাই সিহঁতৰ কথা শুনিছিলোঁ। খঙত সৰ্বশৰীৰ জ্বলি গৈছিল। কাঞ্চা আৰু ল'ৰাহঁতক হুকুম শুনাই দিলোঁ—কাৰ ঘৰত মেকুৰী লাগে তৎক্ষণাৎ এটা অনুসন্ধান চলাবলৈ, ওচৰে-পাঁজৰে কাকো মেকুৰী নালাগে। প্ৰত্যেকৰ ঘৰে ঘৰে দুই-তিনিটা মেকুৰী।

যেনিয়েই যাওঁ, যি কামতে নাযাওঁ, যি বিষয় লৈয়ে কথা নাপাতোঁ ঠেলি ঠেলি বিষয়টোক নি মেকুৰীত পেলাওঁগৈ। তাৰ পিছত আৰম্ভ হয় মেকুৰীৰ উপকাৰিতা, ঘৰত মেকুৰী ৰখাৰ উপকাৰিতা সম্পৰ্কে বক্তৃতা। দেখাত কুৎসিত মেকুৰীবিলাকেই যে আচলতে ভাল চিকাৰী তাৰ ওপৰতো গুৰুত্ব দিবলৈ নাপাহৰোঁ। সকলোৱে প্ৰথমৰ-পৰা সমৰ্থন কৰি গৈ মেকুৰী পোৱালি এটা দিয়াৰ প্ৰস্তাৱ দিয়াৰ লগে লগেই জঁাপ মাৰি থিয় হয়—হা, হা, হা, নালাগে, নালাগে, আপদবিলাক। ছোৱালীৰ প্ৰস্তাৱ আগবঢ়াবলৈ গৈ ব্যৰ্থ মনোৰথ হৈ উভতি অহা অভিভাৱকৰ দৰে যেতিয়া ঘৰ সোমাওঁ, গৃহিণীয়ে মুখ দেখিয়েই ধৰিব পাৰে ক'তো একো ব্যৱস্থা নহ'ল।

এদিন তেনেকৈ উভতি আহি দেখিলোঁ এগৰাকী মহিলা আৰু দুটামান ল'ৰা-ছোৱালীৰ লগত শ্ৰীমতীয়ে কথা পাতি বহি আছে। মোক চিনাকি কৰি দিয়াত নমস্কাৰ কৰি চকী এখন টানি আনি ওচৰতে বহি তেওঁলোকৰ লগতে চাহ-জলপান খোৱাত যোগ দিলোঁ।

হঠাৎ দেখোন কথাৰ মাজতে মহিলাগৰাকী জঁাপ মাৰি থিয় হ'ল। ভাবিলোঁ তিৰোতা মানুহে খোৱাৰ মাজতে তেনেকৈ জঁাপ মাৰি থিয় হোৱাৰ নতুন কিবা নিয়ম চিনেমাত ওলাইছে চাগৈ। কিন্তু মহিলাগৰাকী জঁাপ মাৰি থিয় নহয়, তৎক্ষণাৎ তেখেতে—"মই যাওঁ কিনো" বুলি চাদৰৰ আগটো টানি উঠাই লৈ বহিল।

"কি, মেকুৰী পোৱালি ?"—গৃহিণীয়ে উচপ্ খাই সুধিলে।

"হয়, চাদৰৰ আগটোত ওলমাবাহুলি দি টানিছে।"

মোৰ মুখখন পূৰ্ণানন্দ ৰূপত প্ৰফুল্লিত হৈ উঠিল। ক'লোঁ, "আপোনাৰ চাদৰৰ আগটো ৰক্তাহত লৰচৰ কৰা দেখি সিহঁতে চিকাৰ বুলিয়েই ভাবিলে। এনে দুৰ্দান্ত চিকাৰী বুজিছে নে, সিহঁতৰ উৎপাতত ঘৰখনত ৰাখি এটাও উৰি ফুৰিব নোৱাৰে।"

ল'ৰা-ছোৱালীকেইটাই খাবলৈ এৰি মেকুৰী পোৱালি ল'বলৈ দৌৰিলে। সিহঁতেও ল'ৰা-ছোৱালীৰ লগতে লুকা-ভাকু খেলিবলৈ লাগিল।

"চাওকচোন, ল'ৰা-ছোৱালীৰ লগত কেনেকৈ খেলিবলৈ লাগিছে। শিশু শিশুৱেই—মানৱ শিশুৱেই হওক বা মেঁও-শিশুৱেই হওক।" —মই কলোঁ।

"কিন্তু দেখিবলৈহে কেনেকুৱা—বৰ কুৎসিত"—মহিলাগৰাকীয়ে মুখ বিকটাই ক'লে।

"আৰু তিনিটা ৰঙৰ মেকুৰী বৰ লক্ষ্মী—বৰ 'লাকী'—চাহাবৰ দেশত বৰ আদৰ, ঘোঁৰা দৌৰ, লটাৰিত ভাগ্যবৰ্ধক"—চিধা গললৈ কিক্ দিলোঁ।

"কিন্তু মেকুৰী এজনী ঘৰ শুৱনিও হ'ব লাগে, চকী, মুঢ়া বা বাৰাণ্ডাত শুই থাকিলে মানুহে প্ৰশংসা কৰিব লাগে।"—বলটো ভেখেতে সুদক্ষ গোলকীৰ দৰে হাতেৰে দুই কৰ্ণাৰৰ বিনিময়ত এক নিশ্চিত গোলৰপৰা নিজক ৰক্ষা কৰিলে।

"কুৎসিত পোৱালিবিলাক বহি-শুই নাথাকেই নহয়—চিকাৰ বিচাৰিয়ে ঘূৰি ফুৰে"—শ্ৰীমতীয়ে এটা সুন্দৰ কিকেৰে কৰ্ণাৰৰ বলটো গলৰ সম্মুখত পেলাই দিলে।

"বৰ ধুনীয়া ছোৱালীৰ দৰেই বৰ ধুনীয়া মেকুৰীও দেখাবহে হয়" —মই চিধা গললৈ শ্বট ল'লোঁ।

কিন্তু দুৰ্বল শ্বট, সেই শ্বটে বিপক্ষৰ গোলকীক পৰাভূত কৰিব নোৱাৰিলে।

গতিকে ফুটবলৰ কৌশল এৰি আমি সম্ভাব ভেটিত, অন্তৰৰ ওপৰত গুৰুত্ব দি মুখামুখিকৈ বহিলোঁ। মই তামোল এখন ঘটাৱ-পৰা মুখত ভৰাই ক'লোঁ, "মেকুৰীৰ প্ৰধান প্ৰয়োজন নিগনি ধৰাত, কঁঠালগুটীয়া নিগনিৰ উৎপাত কেনেকুৱা বুজিছেই নহয়।"

"এ নক'ব আৰু, ক'বপৰানো ওলাই ক'তনো লুকাই বিচাৰি নাপায়।"

"আমাৰো আছিল একেই দশা। মাক মেকুৰীজনীক অনাৰ-পৰা ডাঙৰবিলাক গ'ল, কিন্তু কঁঠালগুটীয়াবিলাক যে "—বাকী-খিনি শ্ৰীমতীয়ে শেষ কৰিলে, "কিন্তু পোৱালি কেইটা ডাঙৰ হোৱাৰ লগে লগে কঁঠালগুটীয়া সঁচ নাথাকিল। যেয়ে দেখে তাকে লাগে।"

"মইহে বোলোঁ এতিয়া নিদিওঁ আৰু এমাহমান থাকক। ষ্টেট্‌ সটাৰীৰ বিজ্ঞাপ্তটোও ওলাওক।"

ল'ৰা-ছোৱালী তিনিটাই পোৱালি তিনিটাক কোলাত লৈ লৰি আহিল। মাকক সিহঁতে আব্‌দাৰ জনালে এটা পোৱালি সিহঁতক লাগে।

শ্ৰীমতীয়ে মোৰ চকুলৈ চালে।

"নিয়ক দিয়া এটা। ভেখেতসকলৰ ঘৰত আমাৰ ঘৰৰ দৰেই আৰামত থাকিব।"

"নিবা বাৰু নিবা। যিটো ভাল লাগিছে সেইটোকে নিয়া।"

মহিলাগৰাকী এইবাৰহে ছিটিকাত পৰিল, এবাৰ বগা পৰে, এবাৰ ঘামে।

আমি দুয়ো সতৰ্ক হৈ যুঁজৰ সাজেৰে বাট চাই ব'লোঁ কেনেকুৱা উত্তৰৰ 'ভলী' আহে। মানুহে নিজৰ মতলব ৰাখিব পায়—এবাৰ নিয়াৰ মতলব সামান্যভাৱেও হৈছে যেতিয়া এতিয়া খেঁবোগেঁথো কৰা উচিত নহয়। মুখ ফুটাই একো নোকোৱাকৈয়ে হুঁল অৱশ্যে, মহিলাগৰাকীয়ে মুখ মেলিলেই—

"ঘৰত আকৌ ভেখেতে বা কি কয়, ভেখেতে আকৌ মেকুৰী দেখিবই নোৱাৰে।"—মৰ বিয়োৰত পৰাদি ক'লে।

মই তেখেতৰ কথাৰ আৰম্ভণিৰেপৰা নাই, 'ওঁ' আদি কেইটামান শব্দ অস্ফুট সুৰত উচ্চাৰণ কৰি গৈ কথা শেষ হোৱাৰ লগে লগে ক'লোঁ, "সকলো প্ৰাণীকে সমান চকুৰে চাব পাৰি, কুকুৰ-মেকুৰী সকলোৰে আত্মাৰাম বুলি আমাৰ শাস্ত্ৰত কৈছেই, তাৰ উপৰি পোৱালিটোৰ তিনিওটা বং স্পষ্ট হ'লে, কোনে জানে ব্যক্তিক লটাৰীৰ দিনটোও আহি আছে।"

খেলৰ শেষৰ মিনিটত বিপক্ষক জয়সূচক গলটো দি আমাৰ দলে চেমি-ফাইনেলত খেলাৰ যোগ্যতা অৰ্জন কৰিলে।

কিন্তু বাকী ছুটাৰ কি ব্যৱস্থা হ'ব? বন্ধু-বান্ধৱ ওচৰলৈ গ'লেও লবালৰিকৈ তামোল এখন দি বিদায় দিয়ে, বাটত লগ হ'লেও 'বৰ জৰুৰী কাম আছে বুইছে নে' বুলি আঁতৰ হয়। আলহীৰ সংখ্যাও পাতল হ'ল। চাৰিওফালে প্ৰচাৰ হৈছিল মই বোলে মেকুৰী পোৱালি পাৰ কৰাৰ চেষ্টাতহে কন্দী-ফিকিৰ লগাই ফুৰিছোঁ। অৰ্থাৎ যেন চাহ-ভাতলৈ নিমন্ত্ৰণ দি ভাল চাকৰি পোৱা ডেকাক ছোৱালী দিয়াৰহে মতলব কৰি ফুৰিছোঁ।

এদিন দোকানৰ মাল আনিবলৈ গৈ দেখোঁ দোকানীৰ গাদিত শুই আছে এটা কুৎসিত মেকুৰী পোৱালি। কি আচৰিত আমাৰ মেকুৰী পোৱালিটো দেখোন।

"কিহে, এইটো ক'ত পালা? তিনি বঙী মেকুৰী পোৱালি দেখোন, বৰ 'লাকী'। মোৰো আছে।"

"নক'ব, কালি মোৰ গ্ৰাহক এজনৰ ঘৰৰপৰা ডেঙলোকৰ কাম কৰা ল'ৰাটোৱে জোৰকৈ থৈ গৈছেহি।"

"ডেঙলোককো কোনোবাই বোলে বুদ্ধি কৰি দিলে, দেখিবলৈ কুৎচ তাৰ বাবুৱে বোলে বৰ খং কৰিছে।"

"বহুতেই নাজানে তিনিবঙী মেকুৰী পোৱালি কিমান লক্ষী। আজি-কালি লটাৰীৰ দিনত কাৰ ভাগ্য কেতিয়া খুলে কোনে ক'ব পাৰে।"

"এ—হয় নেকি? মোক আকৌ মুড়ি বেপাৰী এটাই খুজিছিল, এই দিম বুলি ক'লোঁ।"

"ওঁ—মুড়ি বেপাৰীটোক নহয়, নিদিবা, নিদিবা। তাক লাগে যদি বেলেগ এটা দিবা। ময়ে বাক দিম, মোৰ ছুটা আছে।"

"তেনেহ'লে আপোনাবটোকে মোক দিব, এইটো তাক দিম। এইটো মাইকী, মোক মতা এটা লাগে।"

"হ'ব বাক, হ'ব বাক। এতিয়া চেনি দিয়াচোন এক কিলো।"

"বৰ ফাইন চেনি ছাব, দুই কিলো নিয়ক। আজি-কালি যিহে জেকা চেনি ওলাইছে।"

"দিয়া দুই কিলোকে দিয়া।"

এনেতে মানুহ এজন সোমাই আহি দোকানীক ক'লে, "ভাল বহৰ দাইল আছে যদি মোক আধা কিলো দিয়াহে দোকানী। এইটো মেকুৰী পোৱালি ক'ত পালাহে? মোকো এটা লাগিছিল। উঁবালৰ ধান শেষ কৰিলে এন্দুৰে।"

চিকাৰ দেখা নাহৰফুটুকীৰ দৰে জঁাপ দিবলৈ সাজু হ'লোঁ মই। দেখিলোঁ মানুহজন আটিল, চাপৰ, ওঁঠত একোছা গোঁফ, পিন্ধনত চুৰিয়া, গাত এটা মলিয়ন কোট, ডিঙিত এটা জিক্‌মিকাই থকা ছুটিয়া গলাবান্ধ। জঁাপটো গাৰ কোন অংশত মৰা ঠিক হ'ব পৰীক্ষা কৰি চাই সুধিলোঁ, "ককাইৰ ঘৰ গাঁৱত নেকি?"

"হয়, তিনি কিলোমিটাৰমান দূৰ।"

"ইয়াত চাকৰি কৰা?"

"পি ডব্লিউ ডি ত পিয়ন কাম কৰোঁ।"

"খেতি-বাতি আছে?"

"বছৰটো জোৰেগৈ আপোনালোকৰ আশীৰ্বাদত।"

"আমাৰ আশীৰ্বাদ সদায় আছে আৰু থাকিবও। কিন্তু এন্দুৰৰ অভিশাপৰপৰা ৰক্ষা পাবলৈ হ'লে মেকুৰী লাগিবই। পোৱালি হ'লেই নহ'ব, ডাঙৰ মেকুৰী লাগিব।"

"এৰা, মোকো এটা লাগিছিল হওঁতে" মানুহজনৰ মাতত সন্ত্ৰস্ততাৰ সামান্য কঁপনি এটা ধৰা পৰিছিল আৰু চিকাৰ পলোৱাৰ ভয়ত মোৰ বুকুৱেও ধান বানিবলৈ আৰম্ভ কৰিলে।

আমি জীৱবিলাকে ইমান সুখেৰে বিচৰণ কৰিছোঁ। শালিকাবুৰিয়ে কঠাল টুকুৰা, পাৰবুৰিয়ে খুদ-চাউল, নিগনিবিলাকেও পাক-ঘৰত পৰি থকা ল'ক-বিস্কুটৰ টুকুৰাবিলাক নিৰ্ভয়েৰে খাই গৈছে। প্ৰকৃতিজনীও যেন বৰ ধুনীয়া উঠান যেন খোপা বন্ধা চৰ্ট প্ৰিজম ওপৰত চিকন্ দৰ্পণৰ অপেচৰীৰ সূতাৰ শাৰী পিন্ধা হৈ পৰিছে। এদিন ২ তাৰিখে ৰাতিপুৱা মনৰ আনন্দতে পলমকৈ শুই শুই জীৱনৰ সুখ-আনন্দৰ কথা ভাবি থাকোঁতেই মাত শুনিলোঁ দোকানীটোৰ।

"ছাৰ আছে নে?"

"বেটাই এক তাৰিখটো যাবলৈহে বাট চালে, খাৰ সাধিবলৈ আহিলেই।"

"কি হ'লহে, কালি এক তাৰিখ গৈছেহে, আজি মই নিজেই দিবলৈ নহয়"—শোৱাৰপৰাই মই মাত দিলোঁ।

"শ্ৰীবিষ্ণু! বাকী? বাকী খুজিবলৈ নাই অহা নহয় ছাৰ। অকণমান এইফালে আহিবচোন, বৰ বিপদ।"

একেজাপেই বাহিৰ ওলাই দেখোঁ আজি চাৰিদিনৰ আগতে দি পঠোৱা মোৰ বাস্কেটটো আৰু তাৰ ভিতৰত মাৰ আৰু পোৱালি দুটা।

বুকুখনৰ টিপ্‌-টিপ্‌টো বন্ধ হোৱাৰ সন্দেহত এবাৰ মোহাৰি দি ক'লোঁ, "তোমাৰ কথা আৰু কাৰ্য্য-প্ৰসঙ্গ সঙ্গতি ৰক্ষা কৰি ব্যাখ্যা কৰা।"

"সেই মানুহজনে নিনিলে নহয় ছাৰ, মোৰ তাতে থৈ পিছদিনা নিম বুলি গুটি গ'ল, আজি চাৰিদিনে মানুহৰ পাত্তাই নাই। আপুনি বিলাৰজাক দিয়া পইচাখিনিও দি গৈছে, তাৰেই মই বিলাত খৰচ কৰিছোঁ।"

"কিন্তু মানুহজনৰ বেমাৰ-আজাৰোতো হ'ব পাৰে?"

"হ'বতো পাৰে, কিন্তু মেকুৰীকেইটা কিমান দিন ৰাখিম। এখি দিনেও দোকানতে থাকে।"

"কিয়, মুড়ি বেচা মানুহটোৰ?"

"তাৰ মোৰটোকে দি জেঠা মাৰিলোঁ ছাৰ"—মোৰ এই চাৰিদিনৰ মুক্ত জীৱনটোৰ সকলোখিনি আনন্দ তাৰ থকথকীয়া বগা দাঁত দুপাৰিত জিলিকিবলৈ ধৰিলে।

---